# বুটা বছা বিয়লি

# আৰু

# প্ৰাণ সাউদৰ নাও


ড° লক্ষ্মীনন্দন বৰা






জ্যোতি প্ৰকাশন

পাণবজাৰ : গুৱাহাটী-৭৮১০০১

**Buta Bashā Biyali Aru Prān Saudar Nāo :** A compilation of two Assamese novels written by Dr. Lakshminandan Bora and published by Sri Nagen Sarmah on behalf of M/s Jyoti Prakashan, Panbazar, Guwahati-1
**First edition:** December, 2008 *Price : 60.00 only*

---

**প্ৰকাশক ঃ**
শ্ৰীনগেন শৰ্মা
জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১০০১

**প্ৰথম প্ৰকাশ ঃ** ডিচেম্বৰ, ২০০৮

**বেটুপাত ঃ** মনজিৎ ৰাজখোৱা

**মূল্য ঃ** ৬০.০০ টকা

**ডি.টি.পি ঃ**
ময়ূৰ ডেস্কটপ
ডেনিছ ৰোড
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**ছপাশাল ঃ**
**ত্ৰিনয়ন গ্ৰাফিক অফছেট**
উদ্যোগ পাম, বামুণীমৈদাম
গুৱাহাটী-৭৮১ ০২১



# বাটচ'ৰা

দুখন উপন্যাসৰ ভিতৰত 'বুঢ়া বছা বিয়লি' ২০০৬ চনতে প্ৰণয়ন কৰা হৈছিল যদিও কাকত-আলোচনীৰ [illegible] বিশেষ সংখ্যাত প্ৰকাশিত হ'বৰ বাবে দিয়া নাছিলোঁ। কিছু সাল-সলনি ঘটোৱাৰ বাবে সময় লাগিছিল। এতিয়াহে উপন্যাসখনিয়ে পূৰ্ণাবয়ব গ্ৰহণ কৰাত পুথিৰ আকাৰত প্ৰকাশ কৰাৰ ইচ্ছা হ'ল। 'প্ৰাণ সাউদৰ নাও' লিখি অতাই দুবাৰমান পুনৰ চাই-চিতি প্ৰকাশকক দিবলৈ নৌপাওঁতেই 'অসমীয়া দৈনিক বাতৰি'ৰ তাগিদাত যোৱা বছৰৰ তাৰ শাৰদীয় 'অনুভূতি'ত প্ৰকাশ কৰিবলৈ দিবলগীয়া হ'ল। ইয়াত সন্নিবিষ্ট কপিলীপৰীয়া প্ৰেমাখ্যানে 'অনুভূতি'ৰ ভালেমান পঢ়ুৱৈৰ মন চুই গৈছিল বাবে দুগৰাকীমান শুভাকাংক্ষীৰ অনুৰোধক্ৰমে 'বুঢ়া বছা বিয়লি'ৰ লগতে এই উপন্যাসখনি অন্তৰ্ভুক্ত কৰিবলৈ সিদ্ধান্ত ল'লোঁ।

আজিকালি মোৰ গল্প লিখাতকৈ উপন্যাস লিখিবলৈহে বেছি ভাল লাগে। হয়তো এই বয়সত অভিজ্ঞতাৰ আধাৰত জীৱন আৰু সমাজ সম্পৰ্কে সামগ্ৰিক ধাৰণা দিয়াটোতহে সৃষ্টিৰ উন্মেষ ঘটে। গল্পৰ বাবে ভবা কাহিনীতকৈ উপন্যাসৰ কাহিনী ভাবিবলৈহে মোৰ মনটো অধিক তৎপৰ হৈ পৰে।

গ্ৰন্থখন প্ৰকাশ কৰিবলৈ সাগ্ৰহে ভাৰ লোৱা আৰু সুৰুচিপূৰ্ণভাৱে প্ৰকাশ কৰা বাবে মৰ্যাদাপূৰ্ণ জ্যোতি প্ৰকাশনৰ স্বত্বাধিকাৰী শ্ৰীনগেন শৰ্মাৰ শলাগ ল'লোঁ। ইতি—

লক্ষ্মীনন্দন বৰা

১ ডিচেম্বৰ, ২০০৮
গণেশগুৰি, ৰাজবাৰী পথ
গুৱাহাটী-৫

# এক

'মনত অর্বুদ ভাবনা, সোঁৱৰণো ততোধিক। সেই প্ৰথম সাক্ষাৎ লাভ কৰা দিনটোৰ আকস্মিকতা, আৱেগ আৰু ব্যাকুলতা আজিও তেওঁৰ মনত সপোন সপোন লাগে। ঘটনাৰ বাৰু এনে অপূৰ্ব সংযোগ সংঘটিত হ'ব পাৰেনে? তাকে মাজে মাজে ভাবি তেওঁ বিস্মিত হয়। এয়া কি দৈবৰ লিখন ? জীৱনৰ সকলো ঘটনা কি পূৰ্ব-নিৰ্ধাৰিত? দৈৱত আস্থা স্থাপন কৰি নিৰ্মোহ-নিষ্ক্ৰিয় হ'ব নোখোজা মানুহটোৰ দৈৱত বিশ্বাসী হ'বলৈ মাজে মাজে মন যায়।

বিভিন্ন কাৰণত এজনৰ লগত আন এজনৰ পৰিচয়ে জীৱনৰ গতি সলনি কৰি দিব পাৰে। এনে ঘটে দুৰ্যোগৰ সময়তো, সুখৰ চৰম মুহূৰ্ততো; হঠাৎ ক'ৰবাত ৰে'লত, আনকি চিটী বাছত, বিমানকোঠত, অফিচত, বজাৰত; জীৱন-পৰিক্ৰমাৰ যিকোনো এটা অপ্ৰত্যাশিত দিনত।

'যদি মই সেই নাৰীক প্ৰথম যৌৱনত লগ পালোঁহেঁতেন, তেন্তে মই আজিৰ মানুহটো হৈ থাকিব পাৰিলোঁহেঁতেন নে? সকলো ওলট-পালট হৈ গ'লহেঁতেন। জীৱনৰ আটাইতকৈ সফল অৱস্থাত লগ পোৱাহেঁতেনো একেই হ'লহেঁতেন। দৈবৰ লিখনত নাছিল বাবেই তেনে নহ'ল কিজানি। অথচ লগ পোৱা হ'ল জীৱনৰ এনে এটা স্তৰত যেতিয়া সফলতা-বিফলতাৰ ঘটনাবোৰ আগতেই ঘটি গ'ল। এটা বয়সত অভিলাষবো অস্ত পৰিল, দেহৰো আকৰ্ষণীয় লক্ষণবোৰ অননুমেয় হৈ পৰিল, ভোগ-লিপ্সা স্তিমিত হ'ল, আৰ্থিক সফলতাই আনন্দ দিব পৰা দিনবোৰ পাৰ হ'ল, আনকি আনৰ লগত ৰিজাই নিজক অসুখী কৰা মনটোও অন্তৰ্হিত হ'ল, নিৰ্লিপ্ততাইহে জীৱনক নিশ্চল আৰু বিতৃষ্ণ কৰাহে এটা নতুন সমস্যা হৈ পৰিল। জীৱনৰ এনে এটা স্তৰত আন্ধাৰত বিজুলীৰ দৰে তেওঁৰ আৱিৰ্ভাৱ হৃদয়, দেহ আৰু মন সঞ্জীৱিত কৰা এক পৰম বিস্ময়। তেওঁৰ কাৰণেও আৰু মোৰ কাৰণেও।'— আলোক মহন্তই দিনলিপিত লিখিলে।

একা-বেঁকা হৈ বৈ অহা পাটগাভৰুৰ দৰে চঞ্চলা নৈখনৰ দুই পাৰে থকা সৰু চহৰখন চহৰ বুলি কোৱা হয় পৌৰসভা, বিজুলী যোগান আৰু উপ-প্ৰতিসমাহৰ্তাৰ কাৰ্যালয় আছে কাৰণেহে। তাৰ বাহিৰে আনবোৰ লক্ষণ উন্নত গাঁও এখনৰহে। ওচৰত চাৰিখনমান চাহ বাগিচালৈ যোৱা বাটকেইটা বহল কৰা হৈছে, পকীও কৰা হৈছে। পূবে বাল্টি বনোৱা কাৰখানা এটা আৰু দক্ষিণে ৰাষ্ট্ৰীয় উদ্যোগ-প্ৰতিষ্ঠানৰ প্ৰসাধন-সামগ্ৰীৰ

উদ্যোগ এটা ন-কৈ স্থাপিত হৈছে বাবে তাত দোকান-পোহাৰৰ সংখ্যা বাঢ়িছে। অৱশ্যে ডাক-বাংলা এটা আগৰে পৰা আছে। কিন্তু গড়কাপ্তানি বিভাগৰ পৰিদৰ্শন বাংলাটো তাতকৈ ডাঙৰ। দুয়োটা বাংলাতে সময় মতে চকীদাৰ পোৱা নাযায়। প্ৰায়ে তাত তলা ওলমি থাকে। সেইদিনা আলোকৰঞ্জন মহন্তই দুয়োটা বাংলা তেনে অৱস্থাতে পালে। অথচ ঘনকৃষ্ণ মেঘেৰে ঢকা আকাশে আবেলিতে ঠাইখন অন্ধকাৰ কৰিছিল; বতাহে প্ৰলয়ৰ সৃষ্টি কৰিছিল। কেইটামান ঘৰৰ টিনপাত উৰি গৈছিল, গছ উভালি পৰিছিল, মুষলধাৰে বৰষুণ পৰিছিল, মজবুত বলেৰো গাড়ীৰ ভিতৰত পৰা প্ৰকৃতিৰ ৰৌদ্ৰ ৰূপ দেখি একালৰ চিত্ৰশিল্পী আলোকৰঞ্জন মহন্ত সন্ত্ৰস্ত হোৱাৰ সলনি মুগ্ধ হৈছিল। গাড়ী চলোৱাটো অসম্ভৱ হৈ পৰিছিল। ৱাইপাৰেৰে উইণ্ড স্ক্ৰীণৰ পানী আঁতৰাব পৰা নাছিল। ৰাজপথত কেইবাইঞ্চিও পানী জমা হৈছিল। নৈৰ সোঁতৰ শব্দ তেওঁৰ কাণত পৰা নাছিল। আকাশত গাজনি-ঢেৰেকনিৰ প্ৰচণ্ড শব্দ, বিজুলীৰ চকু ছাট মৰা বিস্ফোৰণ। দেৱতা আৰু অসুৰৰ যেন যুদ্ধহে চলিছে!

মৌচুমী বায়ুৰ বাবে বাৰিবৰিষণ হোৱা নাই। এইটো প্ৰাক্-মৌচুমী ঋতু। বংগোপসাগৰৰ পৰা উত্তৰ-পূব ভাৰতলৈকে সৃষ্টি হোৱা নিম্ন চাপৰ ফলত সাগৰীয় জলবাষ্পৰ সৈতে হিলদল ভাঙি আহিছে এই বতাহ — ব'হাগ বিহুৰ বাতৰি বিলাবলৈ। অসমত ই নাম পাইছে বৰদৈচিলা। এই নামত আৰোপ কৰা হৈছে নাৰীত্ব। বৰদৈচিলাজনী আজি এই বছৰ প্ৰথম আহিছে— মাকৰ ঘৰলৈ।— কথাটো এনেকৈ ভাবি আলোক মহন্তৰ ভাল লাগিছে। অসমীয়া মানুহে এই তীব্ৰ বেগী ধুমুহা সৃষ্টিকাৰী বতাহক কালবৈশাখী বুলি নাভাবি মৰমী বৰদৈচিলা বুলিহে ভাবে। কাৰণ বৰদৈচিলাজনীৰ পৰশত ধৰণী জীপাল হয়, শীতৰ পিছত গছ-লতাত কুঁহিপাত, বননি-ঘাঁহনিত পাতল সেউজৰ প্ৰলেপ, সেউজৰ মাজত আজাৰ ফুলৰ ৰূপৰেখা। আজিৰ পৰাই সেয়া আৰম্ভ। প্ৰকৃতিয়ে ন কইনাৰ সাজ পিন্ধিবৰ হ'ল। এসময়ৰ সূক্ষ্ম কবি আৰু চিত্ৰশিল্পী মহন্তই এনেকৈ ভাবি অনিৰ্বচনীয় পুলক অনুভৱ কৰি বৰদৈচিলাৰ আগমনক আদৰিলে।

ধুমুহা শাম কাটিলে। জোপোহা গছবোৰ মূৰ দাঙি উঠিল। ওখ ডালত থকা চৰাই বাহত পোৱালিবোৰৰ বিননি, মুকলি ঠাইত গছৰ ভাগি পৰা ডাল। আনকি তেওঁৰ চকুত পৰা ৰাস্তাটোতো ধুমুহাৰ বিধ্বংসী অৱশিষ্ট। তেওঁ লক্ষ্য কৰিলে যে ৰাজআলিটোত ডাঙৰ গছ এডাল উভালি পৰিছে। অলপ পৰৰ পিছতে ইয়াৰ দুয়ো দিশে যান-বাহনে শাৰী পাতিব। তেওঁ ভাবি পালে যে ৰাজপথৰ অন্য অংশতো নিশ্চয় পথালিকৈ গছ পৰি থাকিব। গতিকে আজি তেওঁৰ গুৱাহাটীলৈ যোৱা নহ'ব। তেওঁৰ গাড়ীখন এতিয়া গড়কাপ্তানি বিভাগৰ পৰিদৰ্শন বাংলাৰ আগত। হতাশ হৈ ডাক-বাংলাৰ পৰা তেওঁ নিজে গাড়ী চলাই এইখিনি পাইছেহি। ইয়াতো চকীদাৰ নাই। তেন্তে তেওঁ কি কৰিব? নিজৰ পৰিচয় দি কোনোবা মানুহ এঘৰত ৰাতিটো কটাই দিব নেকি? কিন্তু গাড়ীখনেই

এতিয়া তেওঁৰ কাৰণে ভালুকৰ সাঙী হৈছে। তেওঁ দেখিলে যে ছাতিটোৰ সমান বেজকচুৰ পাত এটা মূৰৰ ওপৰত দাঙি লৈ মানুহ এটা তেওঁৰ ওচৰলৈ আহি আছে।

— আপুনি থাকিবলৈ আহিছে নেকি?

— থাকিবই লাগিব। উপায় নাই। তুমি ইয়াৰ চকীদাৰ নেকি?

— নহয়। মোলোক কাইহে। তাৰ জীয়েকৰ তোলনী বিয়া। ঘৰলৈ গৈছে। মোকে ইয়াত চোৱা-চিতা কৰিবলৈ কৈ গৈছে।

— তুমি ৰন্ধা-বঢ়া কৰিব পাৰিবা?

— নোৱাৰোঁ। বিছনাখন পাৰি দিব পাৰিম, টেবুলত পানী থ'ব পাৰিম।

— তেন্তে নহ'ব। এনেকৈয়ে তেন্তে চৰকাৰ চলিছে!

— ছাৰ, আপুনি চৰকাৰী মানুহ নেকি?

— এতিয়া নহয়; আগতে আছিলোঁ। কিয় সুধিলা?

— তেন্তে এটা কাম কৰক, ছাৰ। ইয়াতে নতুনকৈ হোটেল এখন খুলিছে; তাত ৰং আৰু বাৰ্ণিছৰ গোন্ধ এতিয়াও আছে। তাত ছিট খালী থাকিবই। তালৈকে মই লৈ যাব পাৰোঁ।

মানুহটো বলেৰ'খনত উঠিল। শান্তি নিবাস নামৰ হোটেলখনত তেওঁ দেখিলে যে ভালেমান মানুহেৰে ই উদুলি-মুদুলি। বিয়াৰ কেম্প। তথাপি তেওঁ খবৰ কৰিলে। তেওঁৰ কপাল ভাল। হোটেলৰ মালিকে তেওঁক চিনি পালে। আলোক মহন্ত এই জিলাখনৰ উপায়ুক্ত থকাৰ সময়ত মানুহজন নাজিৰ আছিল।

আথে-বেথে নিজৰ কোঠাত বহিবলৈ দি অৱসৰপ্ৰাপ্ত নাজিৰজনে ক'লে, 'মোৰেই কপাল, ছাৰ, অতিথি সৎকাৰৰ সুযোগ পালোঁ। যেনে-তেনে খোঁটালী এটা খালী কৰি দিম। কি খাব, ছাৰ?... পোনতে একাপ গৰম কফিকে দিওঁ।'

'গাড়ীখন নিৰাপদ ঠাইত থ'ব পাৰিমনে?'

'নিশ্চয়।'

এনেতে এগৰাকী মহিলা ওলালহি। কিবা সুধিবলৈ আহিছিল। তেওঁ থমকি ৰ'ল। ঘূৰি যাব খোজোঁতেই নাজিৰে মাত লগালে— আহা, আহা, এয়া আমাৰ ছাৰহে। যি ক'ব খুজিছা কোৱা? মহিলাগৰাকীয়ে ক'লে— কাইলৈ জোৰোণো, বিয়াও। দুটা বস্তু লাগে। এথোকা কেঁচা তামোল আৰু ৰাতিলৈ কেঁচা আম গছৰ খৰি। এতিয়াই কৈ থ'লোঁ। তুমিয়েই যোগাৰ কৰিব লাগিব। পুৱাই তামোলথোকা লাগিব। দহ বজাত জোৰোণ।

— হ'ব, হ'ব বাৰু উৰ্মি। পিছে এখেতক চিনি পাইছনে নাই? এয়া আমাৰ মহন্ত ছাৰ। আমাৰ ডি চি আছিল।

মহিলাগৰাকীয়ে নমস্কাৰ জনালে। কিছুপৰ মহন্তলৈ অপলক নয়নে চাই থাকিল।

মহন্তই ক'লে--- এখেতক দেখোন চিনি নাপালোঁ। নাজিৰে সমান উল্লাৰে ক'লে— মোৰে ভনী। উৰ্মিমালা ৰাজখোৱা। আপুনি ডি চি থকা সময়ত তাই গোলাঘাটত। সেয়েহে তাই আপোনাক চিনিব পৰা নাই। বৈনাইৰ আছিল বেংকত চাকৰি।

— এতিয়া ক'ত?

— ৰিটায়াৰ কৰাৰ পিছত গুৱাহাটীত।

— আমি তেন্তে একে জেগাৰ পৰাই ইয়াত উপস্থিত।

উৰ্মি ৰাজখোৱাই সৌজন্যবশতঃ হাঁহিলে। হাঁহোতে দুগালে দুটা দ অংশৰ সৃষ্টি হ'ল। ইয়াকে ডিম্পল বোলে। এইটো কাৰোবাৰ কাৰণে দুষ্টালি আৰু আন কাৰোবাৰ কাৰণে সৌন্দৰ্যৰ পৰিপূৰক। দণ্ডায়মান মহিলাগৰাকী বয়সিয়াল, হয়তো কাৰবাৰ মাতৃ। তথাপি ডিম্পল দুটাই তেওঁক বেছ আকৰ্ষণীয় কৰি তুলিছিল। এটা ভৰপূৰ দেহ, য'ত সময় থমকি যোৱাৰ চিন স্পষ্ট। স্বাস্থ্য যে আকৰ্ষণীয় সম্পদ হ'ব পাৰে মহিলাগৰাকীয়ে তাৰে কিজানি প্ৰমাণ দিব খুজিছে। উচ্ছল জলধি-তৰংগৰ দৰে দেহত এক সৰস চঞ্চল দীপ্তি।

নয়ন-বিনিময়ত কিছু বাৰ্তা-বিনিময়? যাঠিটা বসন্ত গৰকি দুৰ্দমনীয়ভাৱে জীৱন যৱনিকাৰ ফালে অগ্ৰসৰ হোৱা আলোকৰঞ্জন মহন্তই অন্ততঃ তেনেকৈয়ে ভাবিলে। তেওঁ সুধিলে—) তেন্তে বৰযাত্ৰীৰ লগত কিয়?

—দৰাৰ ওচৰ-চুবুৰীয়া। দৰাৰ দেউতাকো আমাৰ তেওঁৰ 'কলিগ' আছিল।

তেন্তে তেওঁৰ স্বামীয়ে নাজিৰ মহানন্দ ফুকনৰ দৰে অৱসৰৰ জীৱন-যাপন কৰিছে।

দৰাঘৰীয়াৰ লগত তেওঁ একেলগে ৰাতিৰ আহাৰ গ্ৰহণ কৰিলে। অলপ পৰৰ পিছতে শান্তি নিবাস নিজম পৰিল। কৰ্মচাৰী এটাই তেওঁক এটা কোঠালৈ লৈ গ'ল। এখন বিছনা থকা কোঠাটো সুসজ্জিত। আধুনিক ডিজাইনৰ চকী-টেবুল, এখন ড্ৰেছিং আয়না আৰু এটা ৱাৰড্ৰব্ আছে। বিছনাত দুটা গাৰু, বিছনা-চাদৰৰ ৰং গোলাপী, পৰ্দাৰ ৰং নীলা, দামী বেড্‌কভাৰখন ভৰি-পথানৰ ফালে জাপি থোৱা আছে। তেওঁ পোছাক সলোৱাৰ প্ৰশ্নই নুঠে। লগত একো লৈ অহা নাই। কাৰণ তেওঁ সন্ধিয়াৰ আগতে ঘৰ পোৱাৰ কথা আছিল।

ইণ্টাৰকমটো বাজিল। ফুকন নাজিৰৰ মাত : ছাৰ, একো অসুবিধা হোৱা নাই নহয়; অকণমান ৰওক। মহ খেদাৰতো ব্যৱস্থা কৰিব লাগিব।

মহন্তই ক'লে— মেনি থেংক্স্। আপোনাক হঠাতে আমনি দিলোঁ। তাতে আকৌ হোটেলত ইমানবোৰ বৰযাত্ৰী।

ফুকন নাজিৰে সিমূৰৰ পৰা ক'লে— তেনেকৈ ক'লে বেয়াহে পাম, ছাৰ। আপোনাক এনেকৈ ৰাখিবলৈ পোৱাটো মোৰ ভাগ্যহে।

ছেণ্ডেলৰ প্ৰয়োজন নাই। জোতাৰ সলনি তেওঁ চামৰাৰ মজবুত ছেণ্ডেল এযোৰ

পিন্ধি আহিছে। এতিয়া কামিজটো খুলি বিছনাত দীঘল দিলেই হ'ল। তেওঁ হামিয়ালে। ভাগৰুৱা শৰীৰত প্ৰাগ্‌নিদ্ৰাৰ আমেজ। কিন্তু এতিয়া কামিজটো খুলিব নোৱাৰি। মহ মৰা দৰৱ ছটিয়াবলৈ কোনোবা কৰ্মচাৰী হঠাৎ সোমাবহি পাৰে। তেওঁ দুৱাৰখন খুলি ৰাখিলে। পেণ্টৰ বেল্টডাল আৰু ঘড়ীটো খুলি টেবুলৰ ওপৰত থৈ তেওঁ বিছনাত বহাৰ লগে লগে শুনিলে কাৰোবাৰ চৰণৰ মৃদু ধ্বনি। মুখত মৃদু হাঁহি বিয়পাই সোমালহি মহিলাগৰাকী। মহ খেদোৱা দৰৱৰ বটল সংলগ্ন কৰা সঁজুলিটো বিজুলী-ফলকৰ গৰ্তত গুঁজি ছুইচটো দি তেওঁ ক'লে— কাৰেণ্ট থাকে মানে মহলৈ ভয় নাই। কাৰেণ্ট যাব পাৰে। গতিকে এই কুণ্ডলীডাল দিলোঁ— কছোৱা।

তেওঁ কছোৱা বোলা ৰাসায়নিক দ্ৰব্যৰে প্ৰস্তুত কুণ্ডলীডাল টেবুলৰ ওপৰত থ'লে। মহন্তই ধন্যবাদ জনালে। তেওঁ মৌন হৈ কিছু সময় থিয় দি ৰ'ল। মহন্তই সৌজন্য দেখুওৱাৰ প্ৰয়োজন হ'ল। চকীখনত বহিবলৈ তেওঁ হাতেৰে ইংগিত দিলে।

পৌঢ়া মহিলা ঊৰ্মি ৰাজখোৱা বহিল।

— মিছেছ ৰাজখোৱা, পূৰ্বতে মোক দেখিছিল নেকি?

— নাই। পিছে এজন মানুহৰ নাম মই কলেজত পঢ়া কালত খুব শুনিছিলোঁ। আপোনাৰ সৈতে একে নাম।

— কি সংক্ৰান্তত?

— তেওঁ ছবি আঁকিছিল, তেওঁৰ প্ৰকাশ পোৱা কবিতাৰ লগত নিজে অঁকা ছবিও আছিল। আমাৰ ছোৱালীহঁতৰ মাজত তেওঁক লৈ বেছ আলোচনা হৈছিল।

— হয় নেকি?

— আপুনি নহয় নেকি?

— আপোনাৰ দাদাকৰ মুখে, মানে আমাৰ ফুকন নাজিৰৰ মুখে শুনিছিল জানো?

— দাদাই সেইবোৰ কথা আমাৰ লগত নাপাতে।

স্পৰ্শকাতৰ আলোক মহন্তই লক্ষ্য কৰিলে যে ভদ্ৰ মহিলাই তেওঁৰ চকুলৈ কেৰাহিকৈহে চাব পাৰিছে আৰু তেওঁৰ কণ্ঠস্বৰ ক্ৰমাৎ নিম্ন হৈ পৰিছে। বহাৰ পৰা উঠি যাবলৈ ইচ্ছা কৰা নাই। আলফুল পৰশ বিচাৰিছে নেকি? এয়া মহন্তৰ ইচ্ছাপূৰ্বক অনুমানহে নেকি? তেওঁ নিজকে এই বয়সত ৰূপত অনংগ বুলি ভাবি ভুল কৰা নাইতো!

— শুনক, মিছেছ ৰাজখোৱা, মই আজিও, অৱসৰ গ্ৰহণ কৰাৰ পিছতো বুৰক্ৰেট হৈ আছোঁ যেন লাগে। চাকৰি জীৱনৰ কিছুমান দম্ভৰে এতিয়াও মোৰ লগ এৰা নাই। এয়ে মোৰ পৰিচয়। ক্ষমতা আৰু বুৰ'ক্ৰেচিয়ে মোক গ্ৰাস কৰি পেলালে।

— কথাখিনি আপুনি ঘূৰাই-পকাই কৈছে। স্পষ্ট জবাব দিয়াত আপত্তি কি? আজিৰ পৰা হয়তো আমাৰ দেখা-সাক্ষাৎ নহ'বও পাৰে। মধ্যবিত্ত পৰিয়ালৰ নাৰীৰ জীৱন বৰ পোতাশাল, শত বিঘিনিৰে ভৰা।

— আপোনাৰ কথা ভবাৰ অধিকাৰ আছে। মোৰ বিষয়ে যি ভাবে ভাবি থাকক। ইমানেই। মোৰ মাত্ৰ এটাই স্পষ্ট কথা ক'বলৈ মন গৈছে। আপুনি বৰ সংবেদনশীল নাৰী। মই মহিলা শব্দটো ইচ্ছা কৰিয়েই উচ্চাৰণ কৰা নাই। আপুনি যিমান সুন্দৰ, আপোনাৰ মনটোও সিমানেই সুন্দৰ। নাৰীৰ সুন্দৰতাৰ লগত ছেন্সো যে পৃথক কৰিব নোৱাৰাকৈ সংমিশ্ৰিত হৈ থাকে তাকে ক'বলৈ মই সংকোচ কৰা নাই। মই বাৰু চিধাচিধি কথাখিনি ক'ব পাৰিছোঁনে, মিছেছ ৰাজখোৱা?

উৰ্মি ৰাজখোৱাৰ মৌনতাৰ ভাষাই কোঠাটো উত্ৰাৱল কৰি পেলালে। হঠাতে এই ভাষাই অৱয়ব পালে— তেওঁৰ লাজকুৰীয়া মুখখনত, কঁপা কঁপা ওঁঠত আৰু চকীৰ পৰা উঠি, থিয় হৈ যাওঁ-নাযাওঁকৈ যোৱা পদচালনত।

এনে সময়তে আলোক মহন্তৰ ইচ্ছা গৈছিল তেওঁক সাদৰ কৰাৰ। পিছে তেওঁ বৈ গ'ল। খন্তেকীয়া আৱেগত আত্মহাৰা হোৱা মানুহ তেওঁ নহয়। বুৰ'ক্ৰেট যদিও তেওঁ সমাজৰ শৃংখলাত বিশ্বাস ৰখা এজন ব্যক্তি। তেওঁ নিজকে নিয়ন্ত্ৰিত কৰি আহিছে বহু বছৰৰ আগৰে পৰাই। এয়ে তেওঁক দিছে কৃতিত্ব আৰু শ্ৰদ্ধা। অকল্পনীয় কাৰ্যত হাত দিয়াটো তেওঁৰ শৃংখলিত মানসিকতাৰ বহিৰ্ভূত।

তেওঁ ব্ৰজাহত লোকৰ দৰে থিয় দি আছে। উৰ্মিৰ মনৰ পৰাও বাধাহীন উৰ্মিমালা আঁতৰি গৈছে। পিছলৈ দুৱাৰ চাই তেওঁ দুৱাৰডলি পাৰ হৈছে।

যদি মই দুৱাৰত খিলি দিলোঁহেঁতেন, আৰু তেওঁ যদি সন্ত্ৰস্ত হৈ খিলি খুলি ওলাই গ'লহেঁতেন? এৰা, সিমানতে সকলো শেষ হ'লহেঁতেন।— এস্ কি যে কথাবোৰ ভাবোঁ। জীৱনত এনে কিছুমান মুহূৰ্ত আহি পৰে যেতিয়া নিজেই নিজক চিনিব নোৱাৰা হয়। মনে হৃদয়ক চাব নোৱাৰা হয়, কামনা-বাসনাই অপ্ৰকৃতিস্থ কৰা মানুহজনৰ কাৰ্যৰ সমাপ্তিয়ে বাৰু হৃদয়ক অনুৰাগৰঞ্জিত কৰেনে, পিছত অনুশোচনাই তেওঁক দগ্ধ কৰে? বোধহয় অনুশোচনাই দগ্ধ কৰা ব্যক্তিগৰাকী অসাধাৰণ, কিন্তু হৃদয়ক অনুৰাগৰঞ্জিত কৰা ব্যক্তিগৰাকী সাধাৰণ হৈও অসাধাৰণ। কাৰণ তেওঁ মাটিৰ মানুহ, তেজ-মঙহৰ মানুহ, যিবোৰ মানুহেহে জগতখন গতিময় কৰি ৰাখিছে।

এনেবোৰ ভাবনাই তেওঁৰ নিদ্ৰাৰ আৱেশ বিনষ্ট কৰিলে। অথচ তেওঁৰ কাৰণে নিদ্ৰাৰ বৰ প্ৰয়োজন আছিল। নহ'লে তেওঁ পিছ দিনা কাম কৰিব নোৱাৰিব।

দুৱাৰখন বন্ধ কৰি তেওঁ লাইটটো নুমুৱাই দিলে। জিৰো পাৱাৰৰ নীলা লাইটটো ছুইচ টিপি জ্বলাই তৎক্ষণাত নুমুৱাই দিলে। এতিয়া কোঠাটোত আন্ধাৰবোৰ জুলীয়া হৈ পৰিল। তেওঁ তাত ডুব গ'ল। এৰা, আন্ধাৰক তেওঁ ইমান গোপনে কেতিয়াও পোৱা নাছিল। আন্ধাৰ সঁচাকৈয়ে নিঃসংগ জীৱনত আপোন অন্বেষণৰ সহায়ক হ'ব পাৰে।

দুৱাৰত টোকৰ পৰিল। তেওঁৰ ভাবনাত আউল লাগি গ'ল। এয়া কাৰ আঙুলিৰ টোকৰ?

পোনতে তেওঁ লাইটটো জ্বলালে। দুৱাৰ খুলি দেখিলে— হোটেলৰ কৰ্মচাৰী এটা। সি ক'লে— বাইদেৱে জুইশলাটো দি যাবলৈ পাহৰিলে। মহ খেদা ছিটোডাল জ্বলাব লাগিব নহয়!

সি তেওঁৰ হাতত জুইশলাটো দিলে।

পুৱা তেওঁ মানুহৰ কোলাহল শুনিলে। নিশ্চয় বিয়াৰ বাবে অহা মানুহখিনিৰ খদমদম। তেওঁ নিজেও হোটেলখন এৰি যাবৰ সময় হ'ল। খিৰিকীয়েদি চাই দেখিলে বতৰ এতিয়াও ডাৱৰীয়া। তেওঁ জানে, বৰদৈচিলা অৰ্থাৎ নৰেষ্টিৰে থাণ্ডাৰষ্টৰ্ম একেৰাহে তিনি-চাৰি দিন চলি থাকিব পাৰে। ৰাতি বোধহয় কোনো এটা সময়ত কিছু সময়ৰ কাৰণে নিদ্ৰাদেৱীয়ে নিশ্চয় তেওঁক কোঁচত তুলি লৈছিল। কাৰণ নিদ্ৰা নগ'লে তেওঁ সপোন দেখিব নোৱাৰে। সপোনটো তেওঁৰ স্পষ্টকৈ মনত পৰিছে ঃ বৰলুইতৰ বুকুৰেদি এক নিৰ্জন শ্যামল চাপৰিলৈ তেওঁ নাৱত গৈ আছে। ব'ঠা মৰাৰ লগে লগে নাৱৰীয়াটোৰ পৰিপুষ্ট মাংসপেশীবোৰ ঢৌৰ দৰে উঠা-নমা কৰিছে। তাৰ সবল বাহু দুটা দেখি তেওঁ সপোনতে ভাবিছে— এই বাহু দুটা আৰু এই মেদহীন শৰীৰ ডি এইচ লৰেন্সৰ যৌনগন্ধী উপন্যাস 'লেডী চাটাৰ্লিজ লাভ'ৰ চকীদাৰটোৰ (গে'ট কিপাৰ) দৰে, যিটো চকীদাৰে তাৰ মালিকনীক সঘনাই বাসনা-তৃপ্তিৰ চৰম সীমালৈ নিব পাৰিছিল। এতিয়াও এনে এটা শৰীৰৰ যদি কোনোবা মমৰ পুতলাৰ দৰে স্বামী-গৰ্বেগৰবিনী নাৰীয়ে পায়, তাই হয়তো এই শৰীৰৰ সংস্ৰৱলৈ আহি উচ্চমধ্যবিত্তৰ শুচিবায়ুগ্ৰস্ততাক সহজে বিসৰ্জন দিব!

নিৰ্জন সেউজীয়া বালি-চাপৰি। যেন আলেক্‌জেণ্ডাৰ ছেলক্ৰাৰ্ক থকা সমুদ্ৰ-বক্ষৰ সেই দ্বীপটোহে। তেওঁ চিঞৰি চিঞৰি ক'বৰ মন গৈছিল— আই এম দ্য মনাৰ্ক অব অল্ আই ছাৰ্ভে...। ইয়াত শহাপহু আছে, বনৰীয়া গৰু-ম'হ আছে, বালিত কাছৰ মন্থৰ গতি, কাছই কণী পাৰি কণীকেইটা বালি দি ঢাকি ৰখাৰ চিন, ঊৰ্ধ্বত বিবিধ চৰাই-চিৰিকটিৰ মাত আৰু গাঢ় নীলা দুপৰৰ আকাশ। প্ৰকৃতিয়ে তেওঁক যিমানে উন্মনা কৰিছিল, সিমানে অসন্তুষ্টও কৰিছিল। হঠাৎ আবিৰ্ভাৱ হৈছিল এক বিবস্ত্ৰা নাৰী। নাৰীৰ মুখখন তেওঁৰ চিনাকি চিনাকি লাগিছে, কিন্তু তেওঁ সঠিককৈ মনত পেলাব পৰা নাই। তেওঁ কৈছে— তোমাক অশেষ ধন্যবাদ। তুমি কাষত নাথাকিলে প্ৰকৃতিৰ এই পৰম বৈভৱ উপভোগ কৰিব নোৱাৰি।...

সপোনটো মনত পৰাত তেওঁ নিজকে ধিক্কাৰ দিছে। ছিঃ, এই বয়সত আকৌ এইবোৰ! মানুহক কেতিয়াও বাসনাই এৰা নিদিয়ে নেকি? কি বিচিত্ৰ এই জীৱন! জোন, বেলি, তৰা; এইবোৰ যেন তেওঁৰ চিনাকি, কিন্তু অচিনাকি তেওঁৰ মনটোহে। তেন্তে বহু বছৰলৈ জীয়াই থকাটোও এটা যন্ত্ৰণা হ'ব নেকি?

দুৱাৰত টোকৰ পৰিল। এইবাৰ আন এটা মানুহে টেবুলত একাপ চাহ আৰু প্লেটত দুটামান বিস্কুট থৈ গ'লহি।

তেওঁ দুৱাৰখন খুলি ৰাখিলে। মুখ নোধোৱাকৈয়ে চাহকাপ খালে।

গা-পা ধুই ওলাই যাবলৈ প্রস্তুত হওঁতেই টেবুলত পুৱাৰ আহাৰ দেখা গ'ল। নাজিৰক মনে মনে ধন্যবাদ দি তেওঁ খোৱাত মনোনিবেশ কৰিলে।

গাৰুৰ তলৰ পৰা গাড়ীৰ চাবিটো হাতত লৈ তেওঁ এক সমস্যাত পৰিল। নাজিৰক মাত লগাই যাবই লাগিব। কিন্তু তেওঁক— সেই ঊর্মিক— মাত লগাই নোযোৱাটো জানো ভদ্রোচিত কার্য হ'ব? তেওঁ বেছ সঁহাৰি দিলে বুলিয়েই ক'ব লাগিব। কিন্তু তেওঁতো গম নাপালে, মানুহজনে সমান সঁহাৰি জনালেনে নাই! গতিকে কি কৰা যায়?

তেওঁ কোঠাত নাজিৰক নাপালে। ক'লৈ গ'ল বুলি কাৰোবাক সোধাৰ আগতেই তেওঁৰ পাছফালে ঊর্মি থিয় হ'লহি। মাত শুনি তেওঁ উভতি চালে। ভালকৈ বান্ধি থোৱা বস্তুৰ পেকেট এটা আগবঢ়াই দি ঊর্মিয়ে ক'লে— দাদা হঠাতে ওলাই যাবলগীয়া হ'ল। আপুনি যেন বেয়া নাপায়, তাকে মোক ক'বলৈ কৈছে।

— ইয়াত কি আছে?

— বাটত খাবলৈ দুটামান মিঠাই।

— ধন্যবাদ। নাজিৰৰ আতিথ্যত মই বৰ সন্তুষ্ট বুলি ক'ব। কাৰণ সাধাৰণতে ৰিটায়াৰ কৰা মানুহক এনেকৈ আগৰ দৰে প্ৰাধান্য দিয়া নহয়, শ্ৰদ্ধা কৰা নহয়। এই কথাটো অসমৰ মাৰোৱাৰীৰ ক্ষেত্ৰত বেছিকৈ খাটে। তেওঁক ক'ব, মই বৰ কৃতজ্ঞও।

এইবুলি কৈ মণি বেগৰ পৰা পৰিচয়ৰ কার্ডখন উলিয়াই ঊর্মিৰ হাতত দি তেওঁ ক'লে— এতিয়া দ্য বল ইজ্ ইন্ ইয়ৰ কোর্ট। ফোন কৰাৰ সিদ্ধান্ত লয়নে নলয়, সেয়া আপোনাৰ কথা।

— মোৰো এটা ফোন থাকিব পাৰে।

— এনে এটা বাক্যই মই আশা কৰিছিলোঁ। তেন্তে...

দুয়ো হাঁহিলে। ক্ষিপ্র গতিৰে গৈ ক'ৰবাৰ পৰা ডট পেন এটা আনি ঊর্মিয়ে তেওঁৰ হাতত থকা পেকেটটোৰ ওপৰত তেওঁৰ ফোন নম্বৰটো লিখি দিলে।

বলেৰো গাড়ীখন তীব্র বেগে গুৱাহাটীৰ ফালে গৈ থাকিল।

# দুই

'মংগলজ্যোতি'ৰ প্ৰধান কাৰ্যালয়ত ছদিনৰ পিছত বহি আলোক মহন্তই দুটা ভাল খবৰ পালে। অভিযন্তা বিমান দাসে জনালে যে ভাৰত চৰকাৰক দাখিল কৰা দুয়োখন আঁচনিয়েই মঞ্জুৰ হৈছে। ত্ৰিছ লাখ টকাৰ আঁচনি। দাসে চিঠি দুখন তেওঁৰ হাতত দিলে। তেওঁ গহীন শইকীয়াক মতাই আনি চিঠি দুখন ফাইলত ৰাখিবলৈ দিলে।

দাসে ক'লে, 'আৰু ভাল খবৰ আছে, ছাৰ। কাকতে আমাৰ কথা খুব ভালকৈ লিখিছে।' তেওঁৰ টেবুলত কেইবাখনো বাতৰি কাকত। তেওঁৰ প্ৰিয় দৈনিক বাতৰি কাকতখনত পহিলা পৃষ্ঠাৰে পৰা আৰম্ভ হোৱা বাতৰিটো পঢ়ি গ'ল। শিৰোনামাটো পঢ়াৰ পিছত বাকীখিনি আখৰ জলকতবক লগা কাৰণে জেপৰ পৰা সৰু চুঙা এটাৰ দৰে মাখনৰঙী বাকচ এটা উলিয়াই তাত থকা প্লাছ পাৱাৰৰ চছমাযোৰ চকুত লগাই তেওঁ পঢ়ি গ'ল ঃ

**'মংগলজ্যোতি'ৰ উদ্যোগত ৰাইজে আলিবাট বান্ধিলে**

**স্বাধীনতা লাভ কৰাৰ প্ৰায় ষাঠি বছৰৰ পিছতো বিস্তীৰ্ণ হিজলবাৰী অঞ্চল আধুনিক জগতৰ সামান্যতম সা-সুবিধাৰ পৰা বঞ্চিত। উত্তৰে ব্ৰহ্মপুত্ৰৰ প্ৰবল গৰাখহনীয়া। মাজেদি বৈ যোৱা শেতালি নৈয়েও বানপানীৰ সৃষ্টি কৰে। অঞ্চলটোত ইখন গাঁৱৰ পৰা সিখন গাঁৱলৈ যাবলৈ ভাল আলিবাট এটা নাই। প্ৰতিটো বাৰিষাতে অঞ্চলটোক বলিৰ পঠাৰ দৰে গৰাখহনীয়া আৰু ভয়ানক বানপানীৰ কবলত পৰিবলৈ এৰি দিয়া হৈছে। অথচ জিলা গ্ৰামীণ বিকাশ অভিকৰণ আৰু হিজলবাৰী উন্নয়ন খণ্ডৰ জৰিয়তে ইয়াৰ ৰাইজৰ হৈ অজস্ৰ ধন খৰচ কৰা হৈছে। ইয়াৰ ৰাইজৰ দাৰিদ্ৰ্য আৰু অপৰিসীম দুৰ্দশাৰ মাজত স্বেচ্ছাসেৱী সংগঠন মংগলজ্যোতিৰ কাৰ্যাৱলী আশীৰ্বাদস্বৰূপ হৈ পৰিছে। ইয়াৰ উদ্যোগত কিছুদিনৰ আগতে ৰাইজে শেতালি নৈৰ পাৰৰ মাজে মাজে ভাগি যোৱা মথাউৰিটো মেৰামত কৰিলে। সম্প্ৰতি দহ কিলোমিটাৰ দৈৰ্ঘ্যৰ আলিটো ৰাইজৰ শ্ৰমদানেৰেই নিৰ্মাণ কৰা হ'ল। সম্প্ৰতি এই অভিলেখ সৃষ্টিকাৰী কামৰ পিছত মাছ পোহাৰ বাবে আঁৰিমৰা গাঁৱৰ কাষৰ বৰমুকলি পথাৰত ৰাইজৰ দ্বাৰা এটা সুবৃহৎ পুখুৰী খন্দাৰ আঁচনি যুগুত কৰা হৈছে। 'মংগলজ্যোতি'ৰ বিত্তীয় আৰু কাৰিকৰী সাহায্যৰ ফলত হিজলবাৰীত নতুন আশাৰ সঞ্চাৰ হৈছে। এনে সাফল্যৰ মূলতে হ'ল 'মংগলজ্যোতি'ৰ অসম শাখাৰ সঞ্চালক আলোকৰঞ্জন মহন্তৰ নেতৃত্ব। তেওঁ...**

তেওঁ আটাইকেইখন কাকতৰ প্ৰতিবেদন পঢ়ি সন্তুষ্ট হ'ল। তেওঁ ভাবিলে, সংবাদ মাধ্যম তেওঁৰ সপক্ষে আছে কাৰণে ইয়ো অঞ্চলটোৰ প্ৰতাপী দুষ্ট-চক্ৰটোক নিৰস্ত্ৰ কৰাত তেওঁক যথেষ্ট সহায় কৰিব পাৰিব। সিহঁতৰ কাৰণেই 'মংগলজ্যোতি' কেইবাবাৰো বাধাৰ সন্মুখীন হৈ আছে। তথাপি কাম হৈছে। ৰাইজে 'মংগলজ্যোতি'ৰ সদস্যসকলৰ ওপৰত আস্থা স্থাপন কৰিছে। ৰাইজে নখ জোকাৰিলেই নৈ বয় বুলি কোৱা কথাষাৰত তেওঁৰ আস্থা জন্মিছে।

হিজলবাৰী মৌজাৰ ম'হবন্ধা গাঁৱত কাৰ্যালয়টো পাতোঁতে স্বয়ং গাঁওপঞ্চায়তৰ সভাপতি ৰতিকান্ত ভূএগ্ৰাই বিধিপথালি দিছিল। ৰাইজে ৰতিকান্তৰ কথাত পতিয়ন যোৱা নাছিল। পোনতে ভাঙুৰৈ কাপ্তি বৰাক মাটিডোখৰ এৰি নিদিবলৈ পৰামৰ্শ দি সি বিফল হ'ল। কিন্তু ঘৰটো প্ৰায় সম্পূৰ্ণ হোৱাৰ সময়তে তাত কোনোবাই জুই লগাই দিলে। অৱশ্যে প্ৰচুৰ অৰ্থবল থকা সংগঠন 'মংগলজ্যোতি'ৰ সদস্যসকল হতাশ নহ'ল। এই সদস্যসকলৰ মাজত আছে— ইঞ্জিনিয়াৰ, কৃষিবিজ্ঞান আৰু পশুপালন-পশুচিকিৎসাৰ স্নাতক, বোবা-কটা জনা তিৰোতা ইত্যাদি। মুঠতে সদস্য দহগৰাকী। প্ৰত্যেকেই স্বাৰ্থত্যাগী লোক বুলি আলোকৰঞ্জন মহন্তই ভাবে। তেওঁলোকৰ কিবা গন্ধগোল থকাহেঁতেন ইতিমধ্যে ধৰা পৰিলহেঁতেন। আচল মানুহটোক চিনি পাবলৈ তেওঁৰ বেছি সময় নালাগে। এইক্ষেত্ৰত এজন প্ৰশাসনীয় বিষয়া হিচাপে থকা অভিজ্ঞতাই তেওঁক যথেষ্ট সহায় কৰিছে। যোৱা বছৰ পাগ্‌লাদিয়া নৈৰ পাৰৰ চাৰিখন গাঁৱত সম্পন্ন কৰা কেইটামান কামে ইতিমধ্যে 'মংগলজ্যোতি'ক সমগ্ৰ অসমতে প্ৰশংসনীয় কৰি তুলিছে। ফলত ই চৰকাৰ আৰু বিদেশৰ উন্নয়নমূলক অনুষ্ঠানৰ পৰা সহায় পাই আছে। সেইবাবে ইয়াৰ অৰ্থবল প্ৰচুৰ। ৰাইজে মথাউৰি মেৰামত কৰিছে আৰু আলিবাট বান্ধিছে। এই শ্ৰমৰ পৰা ৰাইজ লাভৱান হৈছে। 'মংগলজ্যোতি'য়ে শ্ৰম দিয়াৰ বাবে প্ৰত্যেককে ধন দিছে। ফলত হিজলবাৰীত উৎকট দাৰিদ্ৰ্যৰ সামান্যভাৱে লাঘৱো ঘটিছে। দুটা কাৰণত হিজলবাৰীৰ ৰাইজ 'মংগলজ্যোতি'লৈ কৃতজ্ঞ। আলিবাট, মথাউৰিৰ দ্বাৰা আন্তঃগাঁথনিৰ যৎকিঞ্চিৎ উন্নতি আৰু অৰ্থলাভ।

কিন্তু আজিৰ দিনত ভাল কাম কৰা আৰু সত্য কথা কোৱা মানুহৰ সংখ্যা বিৰল হৈ পৰিছে। সত্য কথা ক'বলৈ সকলোৰে গণতান্ত্ৰিক অধিকাৰ আছে, সেইদৰে ভাল কাম কৰিবলৈকো। কিন্তু তাৰ বাবে প্ৰচণ্ড বিপদৰ সন্মুখীন হ'ব লাগিব। এইখন দেশত সত্য কথা কোৱাৰ বাবে সৎ-সাংবাদিক মৃত্যুৰ মুখত পৰে। ক্ষমতাৰ যোগেদি মাফিয়া হৈ পৰা কোনোবা প্ৰতাপী মন্ত্ৰীক প্ৰত্যাহ্বান জনোৱাটো বৰ বিপজ্জনক। মন্ত্ৰীৰ আশীৰ্বাদধন্য প্ৰতাপী হৃদয়হীন ঠিকাদাৰক বেয়া কাম কৰিছে বুলি ক'লে কোনোবা সৎ ইঞ্জিনিয়াৰৰ প্ৰাণ নাশ হ'ব পাৰে। এইবোৰ ঘটিয়েই আছে। কিন্তু কোনোবাই নহয় কোনোবাই ইহঁতক বাধা দিবই লাগিব।— ইয়াকে ভাবি আলোকৰঞ্জন মহন্ত বৰ উত্তেজিত হৈ পৰিছে।

তেওঁ পৰহি হিজলবাৰীত তেওঁলোকৰ বিৰুদ্ধে প্ৰচাৰ হোৱা কিছুমান উদ্দেশ্যপ্ৰণোদিত মিছা কথা শুনি আহিছে। তেওঁ আচৰিত হৈছে। তেনেহ'লে ভাল কাম কৰাটো নিবিচৰা মানুহো এইখন পিছ পৰা ঠাইত আছে!

পৰহি তেওঁ হঠাতে হিজলবাৰী এৰিবলগীয়া হ'ল। ড্ৰাইভাৰটো নাছিল বাবে নিজেই গাড়ী চলাই আহিবলগীয়া হ'ল। তেওঁ পাহৰিয়েই গৈছিল যে সেইদিনা তেওঁৰ বিশেষ বন্ধু ৰমেন শইকীয়াৰ একমাত্ৰ ল'ৰাটোৰ বিয়া। কিন্তু ধুমুহা-বৰষুণৰ কাৰণে বিয়াখন আহি নাপালেহি। বাটত ৰাতিটো খপিবলগীয়া হ'ল। নাজিৰ মহানন্দ ফুকনৰ হোটেলত ৰাতিটো খপিবলগীয়া হ'ল। আৰু তেতিয়াই তেওঁৰ মনত ঐশ্বৰ্য দান কৰা সেই প্ৰথম পৰিচয়। উৰ্মি ৰাজখোৱা। নাজিৰৰ বিবাহিতা ভনীয়েক।

সংঘাতে কঠিন কৰা তেওঁৰ মনটো কোমল হৈ পৰিল। মহানন্দ ফুকনে দিয়া খোৱা-বস্তুৰ টোপোলাটোৰ ওপৰত লিখি থোৱা ফোন নম্বৰটো তেওঁৰ ম'বাইলত ৰাখি থোৱা হৈছিল। এতিয়া তেওঁ ইচ্ছা কৰিলেই উৰ্মিলৈ ফোন কৰিব পাৰে। এবাৰ ভাবে, তেওঁ আগতে ফোন কৰা উচিত। কাৰণ উৰ্মিৰ তেওঁক প্ৰথম দেখা পোৱাৰ উচ্ছাসক তেওঁ সঁহাৰি দিয়াটো স্পষ্ট হোৱা নাছিল। তেওঁৰ মনৰ ভিতৰতহে প্ৰেমৰ গুঞ্জন। তেওঁ ফোনৰ নম্বৰকেইটা টিপি 'ৰিং' কৰি থাকোঁতেই ম'বাইলটো বন্ধ কৰি দিলে। মধ্যবিত্তৰ নৈতিক চেতনাই তেওঁক বাধা দিলে। পৰিণাম অশুভ হ'ব বুলিও তেওঁ ভাবিলে। তেওঁ কামত মন দিলে। মনত মাজে মাজে উকি মাৰিলে অতীতে। এগৰাকী উচ্চপদস্থ প্ৰশাসনীয় বিষয়া হিচাপে তেওঁৰ বেছ নাম আছিল, তেওঁৰ কোনো বা-বদনাম নাছিল। বহু প্ৰলোভন থকা সত্ত্বেও তেওঁ দুৰ্নীতিত সামান্যভাবে লিপ্ত হ'বলৈ ইচ্ছা কৰা নাছিল। সুখ-শান্তিৰ উৎস আছিল দ্বন্দ্বহীন পৰিয়ালটো। তেওঁ গৰ্বিত হৈছিল স্বামী হিচাপে, সন্তানৰ পিতৃ হিচাপে। গতিকে গঢ় ল'ব খোজা নতুন আত্মীয়তাই সকলো ছেদেলি-ভেদেলি কৰি দিব পাৰে বুলি তেওঁৰ যুক্তিবাদী মনটোৱে ভাবিলে। কিন্তু তেওঁৰ আনটো মন বিদ্ৰোহী হৈ পৰিল। কোনো প্ৰণয়াখ্যান যুক্তিৰে পৰিচালিত হোৱা নাই; পৰিচালিত হৈছে হৃদয়েৰেহে। ই প্ৰাত্যহিক জীৱনৰ গতানুগতিকতাৰ উৰ্দ্ধত। সেয়েহে প্ৰেম অপাৰ্থিৱ। মাটিৰ পৃথিৱীত প্ৰেম স্বৰ্গৰ পাৰিজাত। কিন্তু এয়াতো তেওঁৰ জীৱনত আগতেই ঘটিব লাগিছিল, আগতেই তেওঁৰ জীৱনৰ সোঁত সলনি হ'ব লাগিছিল। যিটো বয়সত কোনো ব্যক্তিগত অভিলাষ থকা অনুচিত, ভোগ-লিপ্সা স্তিমিত, দেহ ভাঙোনমুখী, যিটো বয়সত মানুহক বুঢ়া বুলিও কোৱা হয়, জ্যেষ্ঠ নাগৰিক বুলি কোৱা হয়, সেইটো বয়সত অকস্মাতে হৃদয়ৰ কিয় এই পট-পৰিবৰ্তন? নিজেই প্ৰশ্ন কৰি নিজেই ইয়াৰ সপক্ষে মাত মাতে। প্ৰেমে বাধা নামানে, যুক্তি নামানে আৰু বয়সো নামানে।

তেওঁৰ এইবাৰ ম'বাইলটোত নিৰ্ভয়ে নম্বৰকেইটা টিপিলে। সিমূৰে কিছুপৰ ৰিং শুনা গ'ল। পুৰুষকণ্ঠত শুনা গ'ল— কাক বিচাৰিছে?

— এইটো উর্মি ৰাজখোৱাৰ ঘৰ নহয় জানো?

— হয়। আপুনি বাৰু কোনে কৈছে?

— মই এটা অফিচৰ পৰা কৈছোঁ বুলি ক'ব। মিষ্টাৰ মহন্ত বুলি ক'ব।

— তেওঁ পিছে এফালে ওলাই গৈছে।

তেওঁ ম'বাইলৰ পৰা লেণ্ড লাইনলৈ ফোন কৰিলে বাবে নম্বৰটো তাত ৰেকৰ্ড নহ'ল। তেওঁ হতাশ হ'ল। আজিকালি সকলোৰে হাতে হাতে ম'বাইল— শাক-পাচলিৰ বেপাৰীৰ পৰা স্কুলীয়া ল'ৰা-ছোৱালীলৈকে। উৰ্মিৰ নিজৰ এটা ম'বাইল থকা উচিত আছিল। পিছে তেওঁতো নিজে ঘূৰি ফুৰা মহিলা নহ'বও পাৰে। উৰ্মি অৱসৰপ্ৰাপ্ত নাজিৰ মহানন্দ ফুকনৰ ভনীয়েক আৰু তেওঁৰ ঘৰ গুৱাহাটীত। তেওঁ বিবাহিতা। ইয়াৰ বাহিৰে মহন্তই উৰ্মিৰ বিষয়ে একো নাজানে আৰু জানিবলৈ মনো যোৱা নাই। দূৰৈৰ পাহাৰৰ দৰে উৰ্মি তেওঁৰ চকুত শুৱনি হৈ থকাটোহে তেওঁ বিচাৰে। আবেগ-অনুভূতি দূৰৰি বনত জিলিকি থকা নিয়ৰৰ টোপালৰ দৰে। কিঞ্চিৎ উত্তাপ পালেই ভাপ হৈ উৰি যাব পাৰে।

তেওঁ কিছু তৃপ্তিদায়ক অস্বস্তি অনুভৱ কৰিলে। এয়া আন কাকো বুজাব নোৱাৰি। তেওঁ চকু দুটা মুদি দিলে। খন্তেকতে পোহৰ অদৃশ্য হ'ল, গোটেই পৃথিৱীখন গোপন আৰু মায়াময় হৈ পৰিল।

ড্ৰাইভাৰ হৰিচৰণৰ মাত শুনি তেওঁ চকু মেলি চালে। সি হিজলবাৰীৰ পৰা আহিছে। তাৰ চকুত ভীতিগ্ৰস্ত হোৱাৰ চিন।

— ক্ষমা কৰক, ছাৰ, জলমৈ গাঁৱলৈ গৈ উভতি আহিব নোৱাৰিলোঁ। শেতালিৰ ঘাটত তেতিয়া নাও নাছিলেই।

— ক'ত থাকিলা?

— তাৰে মানুহ এঘৰত। সেই ফালৰ মানুহবোৰৰ এইটো বৰ ভাল গুণ। অতিথি সৎকাৰ কৰি ভাল পায়।

— ভালকৈ খুৱাব-বুৱাব পাৰিলেনে?

— দুখীয়া মানুহ, ছাৰ। উকখা চালৰ ঘৰ। খেতি-বাতি পানীয়ে মাৰিলে। কিনো খুৱাব? আহু ধানৰ উখোৱা চাউলৰ ভাত, নিমখ-তেল-জলকীয়া আৰু পোৰা গৰৈ মাছ। সেইবোৰ ঠাইত কাম কৰিলে প্ৰতিফল ভাল নহ'ব, ছাৰ।

— কিয়?

— তাত বৰ বেয়া মানুহ আছে, ছাৰ। তালৈ যাতায়াতৰ ব্যৱস্থা নাই কাৰণেই তাত বন্দুক লোৱা ল'ৰাবোৰ লুকাই থাকিব পাৰিছে। সিহঁতৰ ভয়ত ৰাইজ পেপুৱা খাই থাকে। দুটামানে আহি মোকো ভয় খুৱাইছে। কৈছে, তই কাম নেৰিলে কথা বেয়া হ'ব। 'মংগলজ্যোতি'ৰ মানুহবোৰ বেয়া মানুহ। সিহঁতে বেয়া মতলব লৈ ইয়ালৈ আহিছে।

মই ক'লোঁ— বেয়া মানুহে ৰাইজৰ হৈ ভাল কাম কৰে নেকি? লগে লগে মোক এটা কাণতলীয়া চৰ শোধালে।

আলোকৰঞ্জন মহন্তই এটা হুমুনিয়াহ পাৰিলে। তেওঁৰ মনত প্ৰত্যাহ্বানৰ ভাব হ'ল। ভাল কাম কৰিবলৈ তেওঁৰ নালাগে সকলোৰেই অধিকাৰ আছে। ৰাইজে 'মংগলজ্যোতি'ৰ পৰা উপকাৰ পাইছে যেতিয়া ইয়াৰ লোকপ্ৰিয়তাক সিহঁতৰ হীন প্ৰচেষ্টাই মষিমূৰ কৰিব নোৱাৰিব বুলি তেওঁৰ প্ৰত্যয় জন্মিল। তেওঁ ড্ৰাইভাৰ হৰিচৰণক ক'লে— আমি আছোঁ নহয়, তোমাৰ দৰে ডেকা ল'ৰা এটাই কিয় ভয় কৰিব লাগে? শুনা হৰিচৰণ, ভয়ত থকা মানুহে দুনিয়াত একো কাম কৰিব নোৱাৰে। কাপুৰুষ হৈ বাচি থকাৰ কোনো অৰ্থ থাকিব নোৱাৰে। ভয়ৰ কাৰণ উপস্থিত নহ'লে ভয়লৈ ভয় কৰি কৰিব লাগে, কিন্তু ভয়ৰ কাৰণ উপস্থিত হ'লেই সাহসেৰে ভয়ৰ পৰা মুক্তি পাবলৈ যৎপৰোনাস্তি চেষ্টা কৰিব লাগে বুলি সংস্কৃতশাস্ত্ৰত আছে।

এই কথাকেইটাত কিজানি হৰিচৰণৰ বিশ্বাস নজন্মিল। সি মাথোন ক'লে— আপুনি দুঘণ্টামান অফিচত থাকে যদি এতিয়া গাড়ীখন গেৰেজলৈ নিব খুজিছোঁ নিওঁনে?

নিব পাৰা বুলি কৈ তেওঁ চিন্তামগ্ন হৈ পৰিল। তেওঁৰ চকুত ভাহি উঠিল হিজলবাৰীৰ কিছুমান মানুহৰ মুখ। এইবোৰ মানুহকেই আত্মঘাতী অসমীয়া বুলি ক'ব পাৰি। বৈষয়িক লাভৰ বাবে ইহঁতৰ নকৰিবলগীয়া কাম একো নাই। এনেকুৱা মানুহে ৰাজনৈতিক ক্ষমতা পালে বিনা অনুশোচনাৰে নিজৰ দেশখন বিক্ৰী কৰিব দিব পাৰে। ইহঁতৰ প্ৰত্যেকেই একোটা মাতৃহন্তা পৰশুৰাম।

পিছে তেওঁ হৰিচৰণ আতংকিত হৈ পৰা কথাটো ভাবি চাবলৈ বাধ্য হ'ল। ৰাইজৰ সমৰ্থন থাকিলেই নহ'ব। ৰাইজৰ জনপ্ৰিয় হোৱাৰ বাবে কাম কৰিব লাগে আৰু জনপ্ৰিয়তা আদায় কৰাটো সহজ নহয়, কিন্তু সহজে ৰাইজক সন্ত্ৰস্তও কৰিব পাৰি। আসুৰিক শক্তিক কোনেও উলাই কৰিব নোৱাৰে। এই মাতৃহন্তা পৰশুৰামবোৰে সাময়িক কৃতকাৰ্যতা লাভ কৰি আছে। সেই কথাটোও বিবেচনা কৰা উচিত। তেন্তে তেওঁ সিহঁতৰ প্ৰধান শত্ৰু। তেওঁ বিখ্যাত মানুহ। কাকতে-পত্ৰে তেওঁৰ প্ৰশংসাই সিহঁতক সৰু কৰিছে। কেইদিনমানৰ আগতে 'মংগলজ্যোতি'ৰ অভিযন্তা বিমান দাসে কৈছিল, 'ছাৰ, আপুনি ছিকিউৰিটী লওক। আপুনি চৰকাৰক ছিকিউৰিটী বিচাৰিলেই পাব।' তেওঁ সন্মত হোৱা নাছিল। নিৰাপত্তাৰক্ষীৰে পৰিবেষ্টিত হৈ ৰাজহুৱা কাম কৰিবলৈ গ'লে ৰাইজে বা কি বুলি ভাবে? তাৰ এটা বিকল্প থাকিব পাৰে। দুটামান গুণ্ডা প্ৰকৃতিৰ দেখনিয়াৰ ল'ৰা বেতন দি খুৱাই-বুৱাই ৰাখিব পৰা যায়। সিহঁতৰ হাতত হাথিয়াৰো দিব পৰা যাব। কিন্তু কথা জনাজনি হ'লে বিষম প্ৰতিক্ৰিয়া হ'ব পাৰে। তেতিয়া অসুৰৰ দলটোৱে কুৎসা ৰটনা কৰিবলৈ সুবিধাই পাব।

এইবোৰকে ভাবি থাকোঁতে তেওঁৰ আশাবাদী সুন্দৰ মনটো কুটিল হৈ পৰিল। কিং

শুনি তেওঁ ফোনটো দাঙিলে। এটা সুমধুৰ চিনা চিনা মাত। সিমূৰত কোনোবা নাৰী।

— মহন্ত ছাৰক পামনে বাৰু?

— ময়ে কৈছোঁ।

— নমস্কাৰ। মই কোনে কৈছোঁ বাৰু?

— কওকচোন। একে স্বৰৰ অন্য ব্যক্তিও থাকিব পাৰে।

— আপুনি এদিন ফোন কৰিছিল নহয়! মই তেতিয়া এফালে ওলাই গৈছিলোঁ।

— অ' বুজিছোঁ, ঊৰ্মি? আই এম ছ'ৰী, ঊৰ্মি ৰাজখোৱা।

তেওঁৰ নিমিষতে সকলো দুঃচিন্তা দূৰ হ'ল। এজাক সিমসিমীয়া বৰষুণত যেন বায়ু প্ৰদূষণো বিধৌত, কোলাহলৰ পিছত যেন এটি নিচুকনি গীত!

— ইমান দিন ফোন কৰা নিছিলা কিয়?

— প্ৰায়ে আপোনাৰ ফোনটো এন্‌গেইজড্ পাওঁ। আপুনিয়েই দাঙি থয় নেকি? দুদিনমানু আঁতৰত আছিলোঁ। সম্পৰ্কীয় মানুহৰ বিয়া আছিল।

— তেন্তে আৰু খবৰ কি?

— অত্যন্ত গতানুগতিক। পিছে এটা কামত ব্যস্ত থাকি ভাল লাগিছে। প্ৰায় ৰিছাৰ্চৰ দৰেই।

— ৰিছাৰ্চ?

— তেনেকুৱাই। আপুনি একো? কিমান বিজী?

— একেদৰেই। কাৰোবাৰ পৰা প্ৰশংসা পাইছোঁ, এবিধ মানুহৰ ৰোষৰ পাত্ৰ হৈছোঁ।

— চাওক, মহন্তদা, আই এম ছৰি, মহন্ত ছাৰ, আপোনাৰ পৰা মই সামাজিক কামো নিবিচাৰোঁ, এ চি এছ, আই এ এছ হৈ কি কি কাম কৰিলে, কিমান ক্ষমতা খটুৱালে, সেইবোৰো নিবিচাৰোঁ। আপোনাক বিচাৰোঁ এজন কবি হিচাপে, চিত্ৰকৰ হিচাপে, এজন হৃদয়বান মানুহ হিচাপে।

— কবি? চিত্ৰকৰ? মই? এইবোৰ কি কৈছা, ঊৰ্মি? ঠিক আছে, তুমি মোক মহন্তদাও বুলিব পাৰা, যি বুলি সম্বোধন ধৰা সেয়ে হ'ব। মোৰ আপত্তি নাই। কিন্তু তুমি কিয় মোক কবি হোৱাটো বিচাৰিছা? অসম্ভব। মোক টানি-আঁজুৰি তুমি হাকিম হোৱাৰ আগৰ মানুহটো কৰিব নোৱাৰা। তুমি নিশ্চয় জনা উচিত, সময়ে আৰু পৰিস্থিতিয়ে মানুহক সলনি কৰে।

— কিন্তু মানুহ যিকোনো বয়সতে সৃষ্টিশীল হৈ থাকিব পাৰে।

— ঊৰ্মি, এইবোৰ কথা ফোনত কোৱা কথা নহয়। এদিন আহিবা। বাই।

# তিনি

শেতালি নৈৰ পাৰটো সুৰক্ষিত কৰা হ'ল। ৰাইজ এইবাৰ এই নৈৰ বানৰ পৰা ৰক্ষা পোৱাটো নিশ্চিত হ'ল। প্ৰধান সমস্যা আছিল হিজলবাৰী অঞ্চলৰ চাৰিখন গাঁও ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াৰ পৰা ৰক্ষা কৰা। 'মংগলজ্যোতি'ৰ ইঞ্জিনিয়াৰকেইজনৰ পৰিচালনাত গৰাখহনীয়া ৰোধ কৰাৰ কাম শেষ হ'ব পাৰে এই মাহৰ দ্বিতীয় সপ্তাহতে। ৰাইজৰ সমূহীয়া শ্ৰমেৰেই এই কাম সম্পূৰ্ণ হ'ব। সকলো মাৰ বান্ধি আগবাঢ়ি আহিছে। এইবোৰ কামৰ লগত অসম চৰকাৰ বা কেন্দ্ৰীয় চৰকাৰৰ কোনো সম্পৰ্ক নাই। স্বেচ্ছাসেৱী সংগঠন 'মংগলজ্যোতি'ৰ কাম টকাৰ অভাৱত পৰি থকা নাই। দেশ-বিদেশৰ কেইবাটাও মংগলকামী সংগঠনৰ অৰ্থ সাহায্যৰে 'মংগলজ্যোতি' পৰিপুষ্ট। ইয়াৰ প্ৰধান কাৰ্যালয় দিল্লীত। ইতিমধ্যে ৰাজস্থান আৰু উৰিষ্যাত কৰা জনহিতকৰ কামে একোটা বৃহৎ অঞ্চলত আৰ্থ-সামাজিক ৰূপান্তৰ ঘটোৱাৰ পিছৰে পৰা 'মংগলজ্যোতি'ৰ খ্যাতি বিয়পি পৰিছে। সংগঠনটোৰ কাৰ্যাবলী অসমলৈ সম্প্ৰসাৰিত হোৱাৰ মূলতে হ'ল আলোকৰঞ্জন মহন্ত। তেওঁ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পিছতেই 'মংগলজ্যোতি'ৰ লগত সংযোগ স্থাপন কৰিছিল। তেওঁৰ প্ৰশাসক হিচাপে অৰ্জন কৰা সুনাম আৰু দক্ষতাৰ খবৰ 'মংগলজ্যোতি'ৰ প্ৰধান কাৰ্যালয়ৰ বিষয়ববীয়াসকলে নজনাকৈ থকা নাছিল। জনসেৱাৰ প্ৰতি আগ্ৰহ দেখি তেওঁলোক মুগ্ধ হৈছিল। তেওঁৰ ব্যক্তিত্বও আছিল আনক প্ৰভাৱান্বিত কৰা বিধৰ। সেই কাৰণে 'মংগলজ্যোতি'ৰ তৰফৰ পৰা সুপ্ৰসিদ্ধ গান্ধীবাদী নিৰ্মলচাঁদ দেশাই আৰু ভাৰত চৰকাৰৰ অৱসৰপ্ৰাপ্ত প্ৰতিৰক্ষা উপদেষ্টা ড° বিনায়ক চুব্বাৰাওৱে (ক্ৰমে অধ্যক্ষ আৰু সচিব) আলোকৰঞ্জন মহন্তক অসম শাখাৰ কাম-কাজৰ ভাৰ ল'বলৈ অনুৰোধ কৰিলে। এই অনুৰোধ পাই তেওঁ ধন্য হ'ল। তেওঁ অসম শাখাৰ সঞ্চালক হ'ল। 'মংগলজ্যোতি'ৰ ৰাজস্থানৰ সঞ্চালক খ্যাতিমান অভিযন্তা নিৰঞ্জন জৈনৰ পৰা ভালেমান পৰামৰ্শ লাভ কৰি তেওঁ কাম চলাই যাবলৈ আত্মবিশ্বাস লাভ কৰিলে। তেওঁৰ নেতৃত্বত এজন সমাজবিজ্ঞানী, এজন অৰ্থনীতিবিদ, এজন সাংবাদিক আৰু দুজন পৰিসংখ্যা বিজ্ঞানৰ বিশ্ববিদ্যালয়ৰ শিক্ষকৰ দল এটাই অসমৰ গ্ৰামাঞ্চলৰ আৰ্থ-সামাজিক জৰীপ চলাই এখন প্ৰতিবেদন যুগুত কৰিলে আৰু তাৰ ভিত্তিত তেওঁ কাম কৰিবৰ বাবে হিজলবাৰীকে বাছি ল'লে। কাৰণ হিজলবাৰীয়েই হ'ল গ্ৰামীণ দুৰৱস্থাৰ চৰম দৃষ্টান্ত। ইয়াত আন্তঃগাঁথনিৰ চূড়ান্ত অভাৱ। ইয়াৰ মানুহক বানপানীয়েও জুৰুলা কৰে, খৰাং

বতৰেও পথাৰৰ মাটি শুকুৱাই কৰ্কৰীয়া কৰে। নদীয়ে ভূমিক্ষয় কৰে। যাতায়াতৰ ব্যৱস্থা নাই বুলিয়েই ক'ব পাৰি। স্বাস্থ্যৰক্ষাৰ ব্যৱস্থাও শোচনীয়। বেমাৰীবোৰ স্বঘোষিত বৈদ্যৰ ওপৰত নিৰ্ভৰশীল।

আজি দিল্লীৰ প্ৰধান কাৰ্যালয়লৈ ছমহীয়া কামৰ খতিয়ান এটা পঠাই আলোকৰঞ্জন মহন্তই লগতে লিখিলে যে কাম কৰি সফল হৈ তেওঁলোক অঞ্চলটোৰ শক্তিশালী ঠিকাদাৰ চক্ৰটোৰ শত্ৰু হৈ পৰিছে। কাৰণ এইবোৰ মানুহে চৰকাৰী পুঁজিৰ এটা বুজন অংশ একো কাম নকৰাকৈ পাই আছিল। তেওঁলোক গৰাখহনীয়া ৰোধ কৰিবলৈ গৈ বৰ বিপদত পৰিছে। অঞ্চলটোৰ অনগ্ৰসৰতা আৰু স্থল-সংযোগহীনতাৰ সুবিধা লৈ খোপনি পিটি থকা সশস্ত্ৰ উগ্ৰবাদীসকলৰ তেওঁলোক ৰোষত পৰিছে। কাৰণ অঞ্চলটোৰ উন্নতিৰ হেঙাৰ হৈ পৰা লাভখোৰ মানুহবোৰৰ লগত উগ্ৰবাদীসকলৰ শঠ মিতিৰালি আছে। এই মুনাফা লুটি থকা মানুহবোৰৰ ভিতৰত অকল ঠিকাদাৰেই নাই, জিলা গ্ৰামীণ বিকাশ অভিকৰণৰ মানুহো আছে, বান নিয়ন্ত্ৰণ বিভাগৰ অভিযন্তাও আছে আৰু আনকি অঞ্চলটোৰ বিধায়কজনো থাকিব পাৰে। ইয়াত শত্ৰু-মিত্ৰৰ চিন ধৰাই টান হৈ পৰিছে। এক বিপদসংকুল পৰিৱেশ...

প্ৰতিবেদনটো 'ফেক্স' কৰি তেওঁ স্বস্তিৰ নিশ্বাস ল'লে। পুনৰ তেওঁৰ মনটো কোমল হৈ পৰিল। তাহানিতে মুখস্ত থকা নৱকান্ত বৰুৱাৰ সেই বিশেষ ৰোমান্তিক কবিতাটোৱে তেওঁৰ কাণত গুঞ্জন তুলিলে। সমগ্ৰ আবেগ সানি বাতানুকূল কৰি ৰখা বন্ধ কোঠাটোৰ আৰামী চকিখনত বহি তেওঁ অনুচ্চস্বৰে গাই গ'ল—

অৰুন্ধতী!  
বহুতো আকাশ পাৰ হৈ  
ধুমুহা পখীৰ এটি লহমাৰ গীত—  
বহুতো সপোন পাৰ হৈ অহা  
কেঁচা টোপনিৰ ভিৰৰ মাজত  
সেই এটা মাথোঁ  
উজাগৰ ৰাতি—  
মনত পৰেনে অৰুন্ধতী!  
বাৰিষাৰ ৰাতি মনত পৰেনে  
অৰুন্ধতী!

বাহিৰত বৰ গৰম। বেলিয়ে মেঘৰ বাধা পোৱা নাই। তথাপি তেওঁ ওলাই গ'ল। অফিচত অকলে থাকিলেও নিঃসংগ-নীৰৱ সুখকণ উপভোগ কৰিব নোৱাৰি। কাৰণ ফোন আহিব, ফোনে ফেক্স অহাৰ জাননী দিব, কোনোবা হঠাৎ ওলাবহি।

তেওঁ উজান বজাৰৰ ব্ৰহ্মপুত্ৰৰ পাৰ পালেগৈ। গাড়ীখন আলিৰ কাষত ৰাখি তাতে বহি বিমুগ্ধ হৈ তেওঁ বিশাল ব্ৰহ্মপুত্ৰলৈ চাই ৰ'ল। আকৌ সেই অনুভৱ। এযুৰি

মৰম বিচৰা বাসনাদীপ্ত নয়ন, এখনি মৰম লগা মুখ, এটা স্বাস্থ্যোজ্জ্বল সুন্দৰ শৰীৰে যেন তেওঁৰ বৰ্দ্ধিষ্ণু বয়সক প্ৰত্যাহ্বান জনাইছে। এক সুৰদি ব্যতিক্ৰম।...

সন্ধিয়াৰ জুৰ বতাহ বলাৰ সময়লৈকে তেওঁ গাড়ীতে বহি থাকিল। ব্ৰহ্মপুত্ৰ ৰহস্যময় হৈ পৰিল। স্থলভাগৰ বৈদ্যুতিক আলোকেহে সন্ধিয়াৰ সুন্দৰ আৱেশটো নাইকিয়া কৰিলে। তেওঁ ইঞ্জিনত প্ৰাণ সঞ্চাৰ কৰি এক্সিলেটৰত ভৰিখন হেঁচি দিলে। তেওঁৰ কাৰোবাক ক'বলৈ ইচ্ছা গ'ল— বুইছা..., লগত তুমি নাথাকিলে এই সুন্দৰ দৃশ্য, প্ৰকৃতিৰ এই মহিমা পৰিপূৰ্ণভাৱে উপভোগ কৰিব নোৱাৰি।...

উস্, কি আচৰিত তেওঁৰ নামটোৱেই দেখোন অজানিতে তেওঁৰ মুখৰ পৰা উচ্চাৰিত হ'ল।

উৰ্মিয়ে কৈছিল— আপোনাৰ পৰা সামাজিক কামো নিবিচাৰোঁ, এ চি এছ-আই এ এছ হৈ কি কি কাম কৰিলে, কিমান ক্ষমতা খটুৱালে, সেইবোৰো নিবিচাৰোঁ। তেওঁ বিচাৰে আলোকৰঞ্জন কবি হোৱাটো। সেয়া জনো সম্ভৱপৰ? তেওঁ জনাই দিছে, তেওঁ এতিয়া কবি হ'ব নোৱাৰে। জীৱন-জোৰা সাধনা কৰা এজন প্ৰসিদ্ধ কবিও সময়ে সময়ে অকবি হৈ থাকে, জীৱনৰ প্ৰাত্যহিক বাস্তৱৰ লগত তেওঁ মিলি যায় আৰু হয়তো মাজে মাজে অকবিসূচক কামো কৰে। উৰ্মিয়ে হয়তো নাজানে যে এজন কবি বা কথাশিল্পীয়ে সদায় সৃষ্টিৰ প্ৰেৰণা নাপায়। তদুপৰি সৃষ্টিশীল মনটো ধৰি ৰাখিবলৈ প্ৰয়োজন হয় প্ৰচুৰ অধ্যয়ন, সমাজৰ লগত নিবিড় সম্পৰ্ক, নিজক স্বাৰ্থপৰতা আৰু ভ্ৰষ্টাচাৰৰ পৰা বচাই ৰখাৰ প্ৰয়াস আৰু হৃদয়বৃত্তিৰ উত্তৰণ। তেওঁ যে অতি সাধাৰণ মানুহ হৈ পৰিল। সৌ সিদিনালৈকে তেওঁ নিজক আৰু নিজৰ পৰিয়ালক লৈয়ে ব্যস্ত আছিল। তেওঁৰ বৈষয়িক উন্নতিও যথেষ্ট হৈছিল। সুখ-স্বাচ্ছন্দ্য আৰু বিলাস-বহুলতা আছিল তেওঁৰ এৰি অহা জীৱনৰ ধাৰা। এয়ে এজন বেসামৰিক সেৱাৰ— চিভিল ছাৰ্ভিচৰ— লোকৰ জীৱন। এই সেৱা বা ছাৰ্ভিচ চিভিলো (বেসামৰিক) নহয়, সেৱাৰ (ছাৰ্ভিচৰ) প্ৰতি উৎসৰ্গিতও নহয়। তেওঁ অত্যন্ত আত্মকেন্দ্ৰিক হৈ পৰিছিল আৰু বৈষয়িক উন্নতিকে প্ৰকৃত উন্নতি বুলি তেওঁ গণ্য কৰিছিল, আইনে দিয়া ক্ষমতাই তেওঁক উন্মত্ত কৰিছিল। আৰু মন্ত্ৰীৰ নিৰ্দেশ মতে ভ্ৰষ্টাচাৰী কামত চহীটোৰ যোগেদি বাধ্য হৈ অফিচিয়েল সম্মতি দি তেওঁ আপোন আত্মাক আঘাত কৰিছিল। অৱসৰ গ্ৰহণ কৰাৰ পিছতহে তেওঁৰ উপলব্ধি হ'ল যে তেওঁ জীৱনটোক ফাঁকি দিলে আৰু পলায়নবাদী মনোভাৱেৰে তেওঁ আমোলাতান্ত্ৰিক ৰথৰ মামৰে ধৰা চকৰিহে হৈ থাকিল। অৱসৰৰ পিছতহে জীৱনটো সঠিকভাৱে আৰম্ভ কৰিবলৈ তেওঁ মনস্থ কৰিলে। 'মংগলজ্যোতি'ৰ কাৰ্যাৱলী প্ৰচাৰ মাধ্যমৰ যোগেদি জানিহে তেওঁ প্ৰকৃত অসামৰিক (চিভিল) সেৱাৰ সন্ধান পালে। তেওঁ এদিন 'মংগলজ্যোতি'ৰ দিল্লীস্থ মূল কাৰ্যালয়ত উপস্থিত হ'লগৈ। তাৰ পিছতেই তেওঁৰ জীৱনে নতুন মোৰ ল'লে। পাৰিবাৰিক জীৱনৰ গতানুগতিকতা আৰু মধ্যবিত্ত

পৰিয়ালৰ আত্মকেন্দ্ৰিকতা, উন্নাসিকতা আৰু সামাজিক মৰ্যাদা লাভৰ প্ৰয়াসে তেওঁক অতিষ্ঠ কৰি তুলিছিল। ‘মংগলজ্যোতি’য়েহে সেই গণ্ডীৰ পৰা ওলাই আহিবলৈ তেওঁক সুবিধা দিলে। তেওঁ নিৰ্মলচাঁদ দেশাই আৰু ড° বিনায়ক চুব্বাৰাওলৈ চিৰকৃতজ্ঞ। উৰ্মিয়ে জানো তেওঁক এনেদৰে গ্ৰহণ কৰিব? পৃথিৱীৰ সকলো ধৰ্মই পৰোপকাৰৰ কথা কয়। তাকে সাৰোগত কৰিয়েই সাইবাবাই, মহেশ যোগীয়ে বা ৰামকৃষ্ণ মিশ্যনে ইমান পৰোপকাৰী কাম কৰিছে। সমাজৰ ৰূপান্তৰ ঘটোৱা এটা পৰোপকাৰী কামৰ মূল্য এটা উপভোগ্য কবিতাতকৈ বহুত বেছি। মহাত্মা গান্ধী, বিনোৱাভাবে, বিবেকানন্দ নাইবা জয়প্ৰকাশ নাৰায়ণে জানো কবিতা লিখিছিল?

কিন্তু হঠাৎ কিয় উৰ্মিৰ প্ৰতি তেওঁৰ এই আকৰ্ষণ? উৰ্মিৰ তেওঁৰ প্ৰতি প্ৰথম সাক্ষাতত‌ে এক দুৰ্বলতানে, সেই সুন্দৰী প্ৰৌঢ়াৰ দুৰ্দান্ত যৌনতা? ছেক্স, লিবিড’; এইবোৰ বৰ আমনিদায়ক শব্দ আৰু ষাঠি অতিক্ৰম কৰা তেওঁৰ বয়সত এয়া ব্যতিক্ৰমনে, বাতিকনে, স্বভাৱৰ অবাধ্য চঞ্চলতা?

দুপৰ নিশা তেওঁৰ মনত পাহাৰী নৈৰ উচ্ছল খলকনি। এতিয়াতো ফোন কৰিব নোৱাৰি! পুৱা ফোন কৰিলে বা ইহঁতে কি ভাবে? তেওঁ এজন স্বামী, পিতৃ আৰু গৃহী হিচাপে তেওঁ সফল। কিন্তু গৃহী হৈ ইমান দিনে তেওঁ নিৰাসক্ত হ’ব পৰা নাছিল। কিন্তু এতিয়া এনে হ’ব পাৰিছে। অথচ গৃহী হৈয়ো নিৰাসক্ত হৈ থকা শ্ৰীমন্ত শংকৰদেৱে এনে বহু ভক্ত সৃষ্টি কৰি গৈছে। তেওঁৰ এতিয়া নিৰাসক্ত হ’বলৈ বৰ সুবিধা হৈছে। পৰিয়ালটোৰ বাবে তেওঁ একো কৰিব নালাগে। তেওঁ আসক্ত বা নিৰাসক্ত হৈ থাকিলেও তেওঁৰ এই মানসিকতা ঘৰত কাৰো চকুত নপৰিব। কাৰণ পৰিয়ালৰ সকলোটি নিজক লৈয়ে ব্যস্ত। চাকৰিক লৈ, জীৱিকাক লৈ। সন্তান-সন্ততিক লৈ কেতিয়াবা তেওঁক নিজৰ ঘৰতে নিৰ্জীৱ, নিৰাশ্ৰয়, নিঃসংগ আৰু অলাগতিয়াল মানুহ যেন লাগে।

হঠাতে উৰ্মিৰ আৱিৰ্ভাৱক তেন্তে কি বুলি কোৱা যায়? আঁউসীৰ জোন? নতুবা এক অলৌকিক যুগপৎ সংঘটন, এ মিৰেকুলাছ কয়নছিডেন্স?

পুৱা কথাবোৰ সুৰাপানৰ ‘হেং অভাৰ’ দৰে হ’ল। তেন্তে উৰ্মিৰ বিষয়ে ভবাটো তেওঁৰ এটা অবছেছন হৈ পৰিছে? উপায় নাই। মনক হয়তো দমাব পাৰি। পিছে আচলতে দমাব পাৰি জানো? গীতাত শ্ৰীকৃষ্ণই অৰ্জুনক মনক দমাবলৈ প্ৰশিক্ষণ দিলে। পিছে পিছত দেখা গ’ল যে অৰ্জুনে পৰৱৰ্তী জীৱনত কৃষ্ণৰ কাম-ক্ৰোধ-লোভ-মোহক বিসৰ্জন দিয়াৰ প্ৰশিক্ষণ পায়ো কেইবাবাৰো ‘ফাউল’ কৰিলে। ধৰি লোৱা যাওক, মনক যেনিবা তেওঁ চম্ভালিব পাৰিলে, কিন্তু মনৰ স্বয়ংক্ৰিয় চেতনা-স্ৰোতক জানো তেওঁ বাধা দিব পাৰিব?

এতিয়া এই অবছেছনৰ পৰা অব্যাহতি পাবলৈ বিচাৰি তেওঁ লেণ্ড লাইন ফোনটো হাতত ল’লে, নম্বৰকেইটা টিপিলে। সিমূৰত উৰ্মিৰ প্ৰস্ফুটিত কণ্ঠস্বৰ ঃ

— কিয়বা মনত পৰিল— আজি হঠাতে?

—তোমাৰ মাতটো শুনি ভাল লাগে। কিবা নহয় কিবা এটা কৈ পেলোৱা। কিবা নতুন খবৰ, নতুন চিন্তা নাইবা যিকোনো গতানুগতিক কথা। এইবোৰক লৈয়েতো জীৱন।

— কবি কবি যেন লাগিছে।

—ছেঃ, কি যে কোৱা! মই এটা সামান্য সমাজসেৱক। এয়ে মাথোন মোৰ পৰিচয়।

— আপুনি আচলতে জীৱনৰ কেনে পৰ্যায়ত আছে, আগতে কি কি কৰিলে, ঘৰত কোন কোন আছে এইবোৰ কথা ইচ্ছা কৰিলে মই অচিৰে জানি ল'ব পাৰোঁ। কাৰণ আপুনি এজন জনাজাত প্ৰশাসক আছিল। কিন্তু মই জানিবলৈ ইচ্ছা কৰা নাই কেৱল আপোনাৰ প্ৰতি থকা মোৰ ধাৰণাটোৰ ক্ষতি হয় বুলিয়েই। ধাৰণাটো মই বৰ আলফুলকৈ ধৰি ৰাখিছোঁ।

— তুমি কবিতা লিখা নেকি, উৰ্মি? এতিয়া কথাবোৰ শুনি তেনে যেনেই লাগিছে। ক্ষমা কৰিবা, তোমাৰ কবিতা লিখাৰ কথা নাজানো। মই তেতিয়াৰ পৰা, মানে বুৰক্ৰেট হোৱাৰে পৰা সাহিত্যৰ একো খবৰ ৰখা নাই। অৱশ্যে এইটো কোনো গৰ্ব কৰিবলগীয়া কথা নহয়; পৰিতাপৰ কথাহে।

— আপুনি একো দোষ কৰা নাই। মই কবিতা নিলিখোঁ, মাত্ৰ কবিতা পঢ়ি মই পূৰ্বৰে পৰা অন্তৰৰ দীনতা দূৰ কৰিব খুজিছোঁ। কাকত-আলোচনীৰ সম্পাদকে অনুৰোধ কৰিলে মাজে মাজে দুটা-এটা প্ৰবন্ধ লিখি পঠিয়াওঁ। ইমানেই।

— মাফ কৰিবা, উৰ্মি। তেন্তে ইতিমধ্যে তুমি উল্লেখযোগ্য সমালোচক বুলি জনাই নাছিলোঁ। তোমাৰ তেন্তে নাম আছে। নহ'লে সম্পাদকসকলে তোমাক অনুৰোধ নকৰে। আকৌ কেতিয়াবা তোমাৰ লগত দেখা হ'ব পাৰেনে?

— সহজে দেখা হ'ব পাৰে। মই ইচ্ছা মতে অফিচ ওলালৈগৈয়ে হ'ল।

—সেই 'ইচ্ছা মতে'টো কেতিয়া হ'ব?

— এদিন গৈ গৈ যদি আপোনাত সেই মনৰ মানুহটো বিচাৰি নাপাওঁ, তেন্তে পিছত লগ পোৱা নাযাব। বেলেগ বেলেগ সময়ত এটা মানুহেই একোটা বেলেগ মানুহ হয়।

— মই সেয়া বিশ্বাস কৰোঁ।

এনেতে এটি শিশুৰ কণ্ঠস্বৰ শুনা গ'ল। 'ই বৰ দিগদাৰ দি আছে। ফোনটো তাক লাগে। আজিলৈ থওঁ দেই।'— এনেকৈ কৈ উৰ্মিয়ে ফোনটো থৈ দিলে। আলোকৰঞ্জন মহন্তই কিছু চিন্তাৰ খোৰাক পালে: 'ই' বুলি কৈছে যেতিয়া এই শিশু এটা ল'ৰা। উৰ্মিৰ নাতিনে, কোনোবা ওচৰ-চুবুৰীয়াৰ শিশু? এই দুটা প্ৰশ্নৰ উত্তৰ নিশ্চয় তেওঁ নিদিব। কাৰণ তেওঁৰ আলোকৰ বিষয়ে সবিস্তাৰে জনাৰ কোনো ইচ্ছা নাই। গতিকে তেওঁ নিজৰ বিষয়েও নিশ্চয় একো নক'ব।

তেওঁ কিবুধিত পৰিল। তথাপি অফিচত বহি তেওঁ দুগুণ উৎসাহেৰে কাম কৰাত

লাগি গ'ল। হিজলবাৰীৰ পৰা অহা মানুহকেইজনমানৰ লগত কথা পাতিলে। তেওঁলোক তাত জলসিঞ্চন বিভাগৰ দুষ্কৰ্মৰ বিৰুদ্ধে ক'বৰ বাবে বিভাগীয় মন্ত্ৰীক লগ পাবলৈ আহিছিল। তেওঁ কৈছিল, 'আপোনালোকে যদি মন্ত্ৰীৰ পৰা কোনো আশ্বাস নাপায়, তেন্তে ক'ব যে জলসিঞ্চন বিভাগে ৰবি শস্যৰ বতৰত কাম নকৰিলে সেই কাম 'মংগলজ্যোতি'য়ে কৰিব বুলি আমাক ইতিমধ্যে কথা দিছে।'

তেওঁলোক সৰ্গবে ৰাধাগোবিন্দ বৰুৱা পথেদি দিশপুৰলৈ গ'ল। অলপ পিছতে ফোনটো বাজি উঠিল। এক গভীৰ কণ্ঠ, সেই কণ্ঠত কৰ্তৃত্ব আৰু উন্নাসিকতাৰ সুৰ।

— মই বাৰু আলোকৰঞ্জন মহন্তক পামনে?

— ময়ে কৈছোঁ।

— শুনক মিষ্টাৰ মহন্ত, আমি কিছুমান বেয়া খবৰ পাই আছোঁ। এন জি অ'ৰ চীফ হিচাপে আপুনি প্ৰচুৰ টকা পাইছে। বুৰক্ৰেট হিচাপে বহু কথা জনা কাৰণে আপুনি বহুত টকা দিল্লীৰ পৰা আনিব পাৰিছে। দিল্লীত আপোনাৰ হাত আছে।

— তেন্তে কি বেয়া খবৰ?

— মোক কথাটো সমাপ্ত কৰিবলৈ নিদিয়ে কিয়?— বেয়া খবৰ এইটোৱেই যে ৰাইজৰ কাৰণে ব্যয় হ'বলগীয়া টকাৰ বহুলাংশ আপোনালোকে আত্মসাৎ কৰিছে।

— এইবোৰ আপুনি কি বলকিছে? ব্যয়ৰ সকলো হিচাপেই আমি আমাৰ হেড অফিচত জনাই আছোঁ। আপুনি কোন?

— সেয়া পিছত আপুনি জানিব।

— যি নিজৰ নামটো ক'বলৈ নিবিচাৰে, তেওঁৰ লগত কথা পাতিবলৈ মই ৰাজি নহয়।

— ইমান দম্ভালি ভাল নহয় কিন্তু।

— এই দম্ভালি মোৰ নহয়, আপোনাৰহে। মোৰ কৰ্তব্যত আপুনি হস্তক্ষেপ কৰিছে।

আলোকৰঞ্জন মহন্তই খঙেৰে ৰিচিভাৰটো যথাস্থানত ৰাখিলে।

মনৰ কোমল কবিতা হঠাৎ কঠিন বজ্ৰ হ'ল।

কোন হ'ব পাৰে এই দাম্ভিক মানুহটো? সকলো কাম কৰা হয় হিজলবাৰী অঞ্চলতহে। এতিয়া তেওঁক সাৱধান কৰি দিছে গুৱাহাটীত। ধন দাবী কৰা হয় অন্যায় উপায়েৰে। ধন ঘটা লোকৰ পৰা। ধন দিব নোৱাৰাসকলক অপহৰণ কৰা হয়, হত্যাও কৰা হয়। কিন্তু এটা স্বেচ্ছাসেৱী অনুষ্ঠানৰ পৰা ধন দাবী কৰাৰ কথা তেওঁ এতিয়ালৈকে শুনিবলৈ বা বাতৰি কাকতত পঢ়িবলৈ পোৱা নাই। বাতৰি কাকতৰ কথা মনত পৰাত তেওঁ কথাটো অন্য ধৰণে ভাবি চালে। কোনোবা সাংবাদিকে ফোন কৰিছিল নেকি? হ'ব নোৱাৰে। তেওঁলোকে যিমানেই দোষ খোঁচৰক লাগে, 'মংগলজ্যোতি'ৰ একো দোষ বিচাৰি নাপাব। তেওঁ ভাবিলে, এইখন অসমত বেয়া কাম কৰি লাভৱান হোৱা যিমান সহজ, সত্য কথা কোৱা আৰু সৎ কাম কৰা সিমানেই টান আৰু বিপদসংকুল।

এনে এটা সময়ত উৰ্মি ওলোৱাহিহেঁতেন তেওঁৰ আচৰণৰ বিসংগতি দেখি নিশ্চয় অসন্তুষ্ট হ'লহেঁতেন; উপায় নাই। তেওঁ উৰ্মিক আচল কথাটো ক'বলৈ বাধ্য হ'লহেঁতেন। এৰা, জীৱনৰ সৰস সুকোমল সময়খিনি যে কেনেকৈ বিলীয়মান হৈ যায়!

পিছ দিনা তেওঁ হিজলবাৰীলৈ ৰাওনা হ'ল। তাৰ অতিকৈ পিছপৰা আঠখন গাঁৱত খেতিৰ কাম চলি আছিল। 'মংগলজ্যোতি'য়ে কৃষকসকলক সহায় কৰিছিল। তেওঁ গোটেই অঞ্চলটো ভ্ৰমণ কৰিলে। ৰাইজৰ দুৰ্দশাই তেওঁৰ অন্তৰ গভীৰভাৱে স্পৰ্শ কৰিলে। কিছুমান নৰপিশাচৰ অৰ্থৰ প্ৰতি লোভ আৰু বঞ্চনাই তেওঁক বেছি দুখ দিলে। তেওঁ খবৰ পালে যে শহাচাপৰি পঞ্চায়তৰ অধীনস্থ ইন্দিৰা আবাস যোজনাত যথেষ্ট খেলিমেলি হৈছে আৰু গৃহনিৰ্মাণৰ ঠিকা লৈছে পঞ্চায়তৰ সভাপতিৰ পুতেকে। খৰালি ক'তো অগভীৰ নলীনাদ বহুওৱা নহ'ল। কৃষকে ৰবি শস্য কৰিব নোৱাৰিলে। নলী-নাদৰ বাবে দিয়া গোটেইখিনি টকা ডি আৰ ডি এ (জিলা গ্ৰামীণ বিকাশ অভিকৰণ)ৰ বিষয়া আৰু পঞ্চায়তৰ মানুহে আত্মসাৎ কৰিলে। এনেবোৰ কেলেংকাৰিৰ কথা তেওঁ কেইবাখনো দৈনিক বাতৰি কাকতলৈ পঠিয়ালে। তিনি দিনৰ পিছত সেইবোৰ প্ৰকাশ পালে। ৰাজ্যিক পঞ্চায়ত বিভাগে তাৰ দুদিনৰ পিছত তদন্ত কৰিবলৈ তিনিজন লোক হিজলবাৰীলৈ পঠিয়ালে। তেওঁলোক যুটীয়া সঞ্চালক পৰ্যায়ৰ লোক। তেওঁলোকে পোনতে আহি আলোকৰঞ্জন মহন্তক লগ ধৰিলে। তেওঁ তথ্যসহ কেলেংকাৰিটোৰ খবৰ দিলে।

এইকেইদিন তেওঁ হিজলবাৰী অঞ্চলত নিৰ্ভয়ে ঘূৰিছিল। চাৰিটা দেহৰক্ষী লৈছিল। তেওঁলোকৰ খৰচ 'মংগলজ্যোতি'য়ে বহন কৰিছিল। অৱশ্যে কথাটো গোপনে ৰখা হৈছিল। তেওঁ দেহৰক্ষীসহ গৈছিল পাণ্ডৱবৰ্জিত ঠাই হেলোংহোলা, নদীয়াল চুবুৰি আৰু আঁৰিমবালৈ। তেওঁৰ তাত চকুত পৰিছিল সশস্ত্ৰ উগ্ৰবাদীয়ে নিৰ্ভয়ে ঘূৰা-ফুৰা কৰি থকা। মাজে মাজে দুয়ো পক্ষৰ ভেটা-ভেটি হৈছিল। এইবোৰ গাঁও চৰকাৰী আইন-শৃংখলা ৰক্ষাৰ আঁচনিৰ পৰা বাদ পৰি আছে। ৰাইজে ইয়াত নিজৰ গোচৰ নিজে মীমাংসা কৰে। তাতেই এতিয়া উগ্ৰবাদীৰ বসতি। সিহঁতৰ লগত ভেটাভেটি হওঁতে দুয়ো পক্ষৰ মাজত গুলীয়াগুলী হোৱা নাই। সিহঁতেও জানে যে দুৰ্দাণ্ড প্ৰকৃতিৰ দেহৰক্ষী যুৱককেইটাই সাধাৰণ পোছাক পিন্ধি 'মিলনজ্যোতি'ৰ কৰ্মী বুলি পৰিচয় দিছে যদিও সিহঁত নিৰস্ত্ৰ নহয় আৰু সিহঁতৰ সমানে যুঁজ দিব পৰা শক্তিও আছে।

সাত দিনৰ পিছত আলোকৰঞ্জন মহন্ত গুৱাহাটীলৈ ঘূৰি আহিল। দুটা দেহৰক্ষীয়ে তেওঁক গুৱাহাটীত থৈ গ'লহি। তাৰে এটা হ'ল বিজন ভঁৰালী। সি আগতে ট্ৰাক ড্ৰাইভাৰ আছিল। ৰাস্তাত ধন বিচৰা পুলিচ দুটামানক বেয়াকৈ ঘাইল কৰাৰ অপৰাধত সি জে'ল খাটিছিল। গুৱাহাটীত অচিন মানুহ এটাৰ পৰা ভীতিপ্ৰদ ফোনটো পোৱাৰ কথা উল্লেখ কৰোঁতে সি টপৰাই মাত দিছিল, 'ভয় নকৰিব, ছাৰ, সিহঁতৰে কোনোবা এটা হ'ব।

সিহঁত হিজলবাৰীতহে বাঘ। এইবোৰ ঠাইত লেৰেলা এন্দুৰ।'

ল'ৰাটোক আলোকৰঞ্জন মহন্তৰ বৰ ভাল লাগিছিল।

বতৰ ডাবৰীয়া। আহাৰৰ পহিলা দিন। 'আষাঢ়স্য প্ৰথম দিবসে'। এই শিৰোনামাৰে কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ এটা কবিতা আছে। তেওঁ কবিতাটো ভুনভুনালে। এই বয়সতো কবিতাটো তেওঁৰ মনত আছে। নিজৰ স্মৃতিশক্তিৰ নিজেই শলাগ লৈ তেওঁ আত্মতুষ্ট হ'ল। তেওঁ কোঠাৰ খিৰিকীকেইখন খুলি দিলে, এ চিটো বন্ধ কৰিলে, মুগ্ধ হৈ গুৱাহাটীৰ এচমকা আকাশলৈ চালে। পোছাক ভেদ কৰি চেঁচা বতাহে তেওঁৰ শৰীৰ স্পৰ্শ কৰিছে, তেওঁ এক অনিৰ্বচনীয় পুলক অনুভৱ কৰিছে। তললৈ নামি অহা অৱতল মেঘৰ এছোৱাৰ ৰং কাউৰীৰ পাখি যেন ক'লা। ধুমুহা প্ৰবল হৈছে। কাণ তাল মৰা বজ্ৰপাত। ক'লা ডাৱৰত বিজুলীৰ বিচিত্ৰ ৰেখাচিত্ৰ। মুষলধাৰে বৰষুণ পৰিলেই। তথাপি তেওঁ খিৰিকীকেইখন বন্ধ কৰা নাই। এছাৰকণিয়ে তেওঁৰ গাৰ এছোৱা তিয়াইছে। প্ৰকৃতিৰ বিধ্বংসী অপৰূপতাই তেওঁক আত্মহাৰা কৰিছে। পূৰ্বৰ কবিমনৰ কেইটামান মুহূৰ্ত তেওঁ ভগৱন্তৰ আশিসস্বৰূপে লাভ কৰিছে। তেওঁ পাহৰি গৈছে হিজলবাৰীৰ সেই তেজপিয়া মানুহখিনিৰ তুচ্ছতা আৰু তেওঁৰ বিপদাপন্ন জীৱনৰ কথা। এনেতে দৌৰি আহি কৰ্মচাৰী এটাই খিৰিকীকেইখন বন্ধ কৰি দিছে। তাকে কৰোঁতে তাৰ গোটেইটো পোছাক তিতিছে। তথাপি সি কোঠাটো এৰি যোৱাৰ আগতে সুধিছে, 'ছাৰ, কফি একাপ দিমনে?' তেওঁ ইংগিতেৰে দিব লাগে বুলি কৈছে। খিৰিকী বন্ধ হোৱাত ধুমুহা-ঢেৰেকনিৰ শব্দ বহু পৰিমাণে হ্ৰাস পাইছে। তেওঁ ভাবিছে— এতিয়া সেই মানসীৰ লগত মুখামুখি হৈ বহি যদি গভীৰ দুখত দুখী হ'ব পৰাহেঁতেন তেওঁৰ যে কিমান ভাল লাগিলহেঁতেন।

নিশ্চয় তেওঁৰ এই চিন্তা আছিল টেলেপেথিৰ— ইন্দ্ৰিয়ৰ সহায় নোলোৱাকৈ মন জনা-জনিৰ— বিস্ময়। গাজনি-ঢেৰেকনি আৰু বতাহ-বৰষুণৰ অন্ত পৰাৰ প্ৰায় বিছ মিনিটৰ পিছত লাহেকৈ দুৱাৰখন খুলি লয়লাসে ওলালহি উৰ্মি ৰাজখোৱা। তেওঁৰ সাজ-পাৰ তিতা নাই। গুলপীয়া ফুল-বছা মেখেলা-চাদৰ আৰু বগলীৰ পাখি যেন বগা ব্লাউজে তেওঁক তুলি ধৰিছে। হাতত এটা ধুনীয়াকৈ বন্ধা টোপোলা। আলোক মহন্তই মাত্ৰ এটা শব্দৰে আশ্চৰ্য আৰু আনন্দ প্ৰকাশ কৰিলে— বাঃ।

টোপোলাটো টেবুলত থৈ উৰ্মি বহিল। বৰষুণ পৰাৰ আগতেই তেওঁ ঘৰৰ পৰা ওলাইছিল। বৰষুণ পৰিলত ভালেমান পৰ কাপোৰৰ দোকান এখনত তেওঁ সোমাই আছিল।

কোঠাটোত সোমায়েই তেওঁ কিছুপৰ নিৰ্বাক। এইবাৰ আলোকৰ উপস্থিতিয়ে তেওঁক এই বয়সতো লাজুকী কৰি পেলালে। তেওঁ আলোকলৈ কেৰাহিকে চালে। এয়ে যেন সেই 'দুয়োজনা মুখামুখি, গভীৰ দুঃখেৰ দুখী।'

— বৰ ভাল লাগিছে— তোমাক দেখি। আগতকৈ দহ বছৰ যেন তোমাৰ বয়স কমি গ'ল। এৰা, এনেকুৱা পোছাকহে পিন্ধিব লাগে! তেন্তে দুৰ্যোগৰ পিছতে আমাৰ দ্বিতীয়বাৰ দেখা।

— তেনে যেনেই লাগিছে।

এনেকৈ দুকাপ ধোঁৱা ওলাই থকা কফি টেবুলত থোৱা হ'ল। কিছু সময় দুয়ো নিঃশব্দে কফি খাই এজনে সিজনলৈ চাই থাকিল। বৰ মৰম লগা মুখখন। এই মুখত এইবাৰ বাসনা সুনিয়ন্ত্ৰিত। পিছে ধুনীয়া আয়ত চকুযুৰিত আকুতি।

ঊৰ্মিয়ে টোপোলাটো আলোকৰ ফালে আগুৱাই দিলে। তেওঁ টোপোলাটো লিৰিকি-বিদাৰি থকা দেখি ঊৰ্মিয়ে ক'লে— খোলক আকৌ। আপোনাক দিবলৈকে আনিছোঁ।

তেওঁ নিজক নিজে প্ৰশ্ন কৰিলে ঃ আজিয়েই ঊৰ্মিয়ে তেওঁলৈ উপহাৰ আনিব লাগেনে? ঊৰ্মিৰ মাতটো আকৌ শুনা গ'ল— আপোনাক নাপাওঁ বুলি টোপোলাটো ভালকৈ বান্ধি-কুন্ধি আনিছোঁ।

আলোক মহন্ত আচৰিত হ'ল। তেওঁ দেখিলে যে এটা পলিথিনৰ মোনাত ৰাখি থোৱা আছে একোটাকৈ আলোচনীৰ পাত। পাতবোৰ উৱলি গৈছে, চুলেই ক্ষয়মান অপঘটিত পাতৰ একোটা অংশ আঙুলিত লাগি উঠি আহিব। প্ৰতিটো পাতত তেওঁৰ একোটা কবিতা; কাষত তেওঁৰেই অংকিত ৰেখা-চিত্ৰ। কি সুন্দৰ কবিতাবোৰৰ নাম! নামেই ব্যক্ত কৰিছে কেইটিমান প্ৰেমৰ কবিতাৰ নিৰ্বাস। প্ৰায় চাৰে-তিনি দশকৰ আগৰ কবিতা। প্ৰথম পাতটো তেওঁ পঢ়িলে। তেওঁৰ হিয়াত অনুতাপৰ অগনি, দুচকুত দুটি বৈ পৰা জুৰিৰ উহ। তেওঁৰ সেইবাবে দৃষ্টি ধুঁৱলী-কুঁৱলী হ'ল। তেওঁ থোকাথুকি মাতেৰে স্বগতোক্তি কৰিলে ঃ এইটো মই নহয়, এয়া যেন আন কোনোবাই লিখিছে, ঊৰ্মি! কিয় মোক সন্তাপ দিবলৈ এইবোৰ মোক দিলাহি, মই হেৰাই গ'লোঁ, হেৰাই গ'লোঁ...

থোকাথুকি মাতটো লাহে লাহে অনুচ্ছ উচুপনি হ'ল। ঊৰ্মিৰ অসহ্য লাগিল। বহাৰ পৰা লাহেকৈ উঠি তেওঁ আলোকৰঞ্জনৰ চকীৰ কাষত থিয় হ'ল— লেহুকা ৰজনীগন্ধাৰ দৰে। তেওঁ থিয় হৈ ঊৰ্মিৰ হাত দুখন খামুচি ধৰিলে। ঊৰ্মিয়েও মূৰটো তেওঁৰ বুকুত হলাই দিলে।

আলোকৰঞ্জন বজ্ৰপাত পৰা মানুহৰ দৰে নিঠৰ। তেওঁ মাথোন ক'লে— ধন্যবাদ ঊৰ্মি। এয়া মোৰ স্মৃতিচিহ্ন অনাৰ বাবে ধন্যবাদ দিয়াতকৈ মোৰ প্ৰতি থকা অনুৰাগৰ বাবেহে তোমাৰ প্ৰতি অশেষ ধন্যবাদ আৰু কৃতজ্ঞতা। তোমাৰ এই অনুৰাগহে মোৰ একমাত্ৰ অস্তিত্ব। অন্যথা মই একো নহয়। মোৰ প্ৰতি তোমাৰ এক অপ্ৰাপ্য মোহেহে মোক ধন্য কৰিছে।

— হয়, হয়, আপুনি সকলো হয়। শুনক, মানুহৰ অনন্ত শক্তি। সেই শক্তি প্ৰয়োগ কৰিবলৈ সময় উকলি নাযায়।

— ন', ন', ঊৰ্মি, আই এম নাথিং; আই এম এ নিন্‌কেমপুপ...

# চাৰি

ৰাতি বন্ধ কোঠাৰ নৈঃশব্দ্যৰ ভাষা অতিকে সাৱলীল। এই ভাষাত থাকে সৃষ্টিৰ বীজমন্ত্ৰ। কিন্তু সৃষ্টিশীল লোকৰ কাৰণেহে। আলোকৰঞ্জনৰ কাৰণে এই বীজমন্ত্ৰ অমূলক। তেওঁ আজি এটা সামান্য মানুহ, এ নিন্‌কেমপুপ্।

তেওঁ নিজৰ কবিতা পঢ়িছে— উৱলি যোৱা কাগজৰ ছপা আখৰত। একোটা শব্দ অস্পষ্ট। সীহৰ আখৰ জোঁটাই জোঁটাই প্ৰস্তুত কৰা ফলিৰে ছপোৱা আখৰ। এতিয়াৰ ডিটিপিত ছপোৱা আখৰৰ দৰে সমানে চিয়াঁহী পৰা ধৰণৰ নহয়। মাজে মাজে একোটা শব্দ নোহোৱা হৈছে। কিন্তু নিজে লিখা কবিতাৰ অস্পষ্ট হৈ পৰা বা নাইকিয়া হোৱা শব্দবোৰ নিজৰ স্মৃতিৰে বা উদ্ভাৱনেৰে পূৰণ কৰি তেওঁ পঢ়ি যাব পৰা নাই। তেওঁ বৰ হতাশ হৈছে। তেওঁ যেন ধ্বংসাৱশেষৰ মাজতহে ঘূৰি-পকি আছে!

উৰ্মিয়ে কৈছিল— শুনক, মানুহৰ অনন্ত শক্তি। সেই শক্তি প্ৰয়োগ কৰিবলৈ সময় উকলি নাযায়। বাক্য দুটাৰ সৰল অৰ্থ এয়ে যে উৰ্মিৰ মতে তেওঁৰ, পূৰ্বৰ কবি আলোকৰঞ্জনৰ, কবিতা ৰচনা কৰাৰ শক্তি শেষ হৈ যোৱা নাই। তেওঁ এতিয়াও কবিতা ৰচনা কৰিব পাৰে।

কিন্তু পাৰিব জানো? তেওঁ হাতত কলম লৈছে। তেওঁ কলমৰ জোঙাভাগলৈ এনেয়ে চাই আছে। এইটো ডট কলম নহয়। দেখাত তেনেকুৱাই, কিন্তু চিয়াঁহী থকা নতুন ধৰণৰ পাৰ্কাৰ কলম। ইয়াৰে বহুত লিখিলেও চিয়াঁহী শেষ হৈ নাযাব।

তেওঁ লিখি গৈছে, কাটি গৈছে। এইবোৰ যে একো হোৱা নাই! তেওঁ বাওঁ হাতেৰে চুলি টানিছে। নপুংসকৰ বাসনা; নপুংসকৰ ক্ৰোধ, আক্ৰোশ আৰু আস্ফালন।

এইবোৰ মনত থৈ তেওঁ জানো শুব পাৰিব? নুশুলেও নহ'ব। কাইলৈৰ বাবে বহুত কাম পৰি আছে। ৰাতি ভালকৈ নুশুলে কাম কৰিব নোৱাৰিব।

তেওঁ হাতত লোৱা নীলা বড়ি দুটালৈ চালে। তাকে পেটলৈ পঠিয়াবলৈ এঢোকা পানীৰো প্ৰয়োজন। ওচৰতে পানী এগিলাচ আছেও। তেওঁ বড়ি দুটা লৈ ভালেমান পৰ চাই ৰ'ল। এৰা, ইয়াতেই দয়াময়ী নিদ্ৰাদেৱী ৰাসায়নিক যৌগৰূপে লুকাই আছে। কিন্তু দুটা বড়িৰে হ'ব জানো? গলগলীয়া মাতটোৱে ফোনত তেওঁক অভদ্ৰভাৱে সতৰ্ক কৰি দিয়াৰ দিনা তেওঁক এটা বড়িয়ে কাম দিয়া নাছিল।

দুপৰ নিশা এখন দীঘল ৰে'লগাড়ী বিকট উকি মাৰি বিশ্বাশবদে পাৰ হৈ যোৱা শব্দ। এই শব্দই ঊর্মিৰ নিদ্রাভংগ কৰা নাই। তেওঁ আগৰে পৰাই সাৰ পাই আছে। ইমান সময়তে এইখন ৰে'লগাড়ী এনেকৈ পাৰ হৈ যায়েই। সকলোৱেই এতিয়া এই বিকট শব্দটোৰ সৈতে অভ্যস্ত হৈ পৰিছে।

তেওঁ শুবলৈ চেষ্টা কৰিছে। শুব পৰা নাই। নিদ্রাহৰণত সৎ চিন্তাৰো অৱদান আছে, দুঃচিন্তাৰো আছে। তেওঁৰ চকুৰ আগত তথা মানস-পটত ভাহি উঠিছে সেই কৰুণ মুখখন। ঊর্মিৰ এতিয়া নিজকে দোষী দোষী যেন লাগিছে। তেওঁ একান্ত গুণগ্রাহী পাঠিকা হিচাপে প্রথম যৌৱনত প্রেমৰ সঞ্চাৰ কৰা তেওঁৰ প্রিয় কবিজনক এনেকৈ এতিয়া দুখ দিব নালাগিছিল। হেৰাই যোৱা কবিজনক তেওঁৰ কবিতাসমূহ দি ঊর্মিয়ে তেওঁক তুচ্ছ কৰিব খোজা নাছিল। তেওঁ আশা কৰিছিল— কবিজনৰ পুনর্জন্মৰ। নিজক পুনৰ বিচাৰি মানুহজন নিশ্চয় শোকদগ্ধ হৈছিল, তেওঁ দুগালেদি চকুলোৰ নিজৰা বোৱাইছিল। হৃদয়ৰ মহাশোকে জানো মহৎ সাহিত্যৰ সৃষ্টি কৰা নাই? গাভৰু কালত চকুৰে নেদেখা কবিজনক তেওঁ যিমানেই ভাল পাইছিল, এতিয়া হাততে পোৱা এসময়ৰ সেই কবিজনক তেওঁ সিমানেই ভাল পাই পেলাইছিল, পূর্বতে গাভৰু মনত প্রেম জগোৱাৰ বাবে কৃতজ্ঞ হৈ নহয়, তেওঁৰ সামগ্রিক ব্যক্তিত্বত এনে এক দীপ্তি আছে য'ত ঊর্মিৰ চগা হৈ পৰিবৰ মন গৈছে। এক হঠাৎ আৱির্ভাৱ হোৱা বুভুক্ষাই ঊর্মিক অস্থিৰ কৰি তুলিছে। এই বয়সত অপ্রত্যাশিত কামনাৰ উন্মেষ? এয়া তেওঁ কি ভাবিছে? সদাচাৰৰ যুক্তিয়ে জানো মনৰ দুঃচিন্তাক মষিমূৰ কৰিব পাৰে? মনে যদি কিবা ভাবে ই টিভিৰ দৃশ্য নহয় যে ইয়াক ছুইচ টিপি বন্ধ কৰিব পাৰি। ভাবনা-চিন্তা আপোনা-আপুনি আহে। ই এক অনিয়ন্ত্রিত স্বাভাৱিক স্বয়ংক্রিয় প্রক্রিয়া য'ত অৱচেতন মনৰেই অৰিহণা অধিক। মনৰ অশিষ্ট ভাবনাৰ ফলত কোনোবা জানো সমাজৰ চকুত দ্বিচাৰিণী হৈছে? টিভিৰ বেছিভাগ হিন্দী ধাৰাবাহিকতে বিবাহ-বর্হিভূত প্রণয়ৰ সমাৰোহ। আমাৰ গৃহিনীসকলে কোনটো মন লৈ এইবোৰ আগ্রহেৰে চায়? মনৰ গোপন কোণত কাৰবা কি আছে! মনে গোপন আকাংক্ষাৰ লগত কথা পাতিলে যুক্তি উফৰি যায়। সকলো ব্যক্তিয়েই যদি ধর্মপ্রাণ হয়, যুক্তিসংগত বিচাৰৰ পৰা সমূলি পিছল নাখায়, তেন্তে তেনে নৰ-নাৰীৰে গঠিত একেসুৰীয়া জগতখনৰ ছন্দ অপৰূপ হৈ থাকিবনে?

তেওঁৰ চকুত আলোকৰঞ্জন এক নতুন পুৰুষ। সযত্নপালিত সুন্দৰ দেহ, কোনো এক লক্ষ্যৰ দ্বাৰা অনুপ্রাণিত এক গতিশীল পৌৰুষদীপ্ত পুৰুষ যাক বয়সে সেও মনাব পৰা নাই, যাক প্রাত্যহিক জীৱনৰ আমনিদায়ক গতানুগতিকতা আৰু উদ্দেশ্যহীনতাই নিস্তেজ-নিষ্প্রভ কৰা নাই।

ঊর্মিয়ে তেওঁক চিঞৰি চিঞৰি ক'বলৈ ইচ্ছা কৰিছে— আলোক, তুমি, এস্ তোমাক আপুনি বুলি ক'বলৈকে টান লাগিছে। শুনা আলোক, তোমাত মনটো দি থ'লোঁ। তুমি

মোক মধ্যবিত্তৰ জলাশয়ৰ পৰা মুক্ত কৰা। কেৱল টকা-পইচাৰ হিচাব, সম্ভ্ৰম বজাই ৰখাৰ অবিৰত প্ৰচেষ্টা, এখোপ ওপৰলৈ যোৱাৰ ব্যক্তিকেন্দ্ৰিক সংগ্ৰাম, শুচিবায়ুগ্ৰস্ততাৰ পাতল আবৰণ! এইবোৰেই জীৱন নেকি? আৰু, সেইবাবে বহু মধ্যবিত্তই চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছতেই নিজকে জীৱন্মৃত বুলি ভাবি মৃত্যুলৈ বাট চাই থাকে। এয়ে তেওঁলোকৰ জীৱনৰ পৰিধি! কাৰ কথা কৈছোঁ তুমি জানিব নালাগে। দুনিয়াত এনেকুৱা দেখাৰ মানুহ আছে। আচৰিত কথা কি, জানা? বহুত মানুহ (পুৰুষ আৰু মহিলাক একেলগে মানুহ বুলি কৈছোঁ) কেৱল জীয়াই থাকিব লাগে কাৰণেহে জীয়াই আছে, কিন্তু কেনেকৈ জীয়াই থাকিব লাগে নাজানে। ডে অন্‌লী ইগ্‌জ্ ইছ্‌ট্ বাট ডু নট ন' হাও টু লিভ...

# পাঁচ

'মংগলজ্যোতি'ৰ বিৰুদ্ধে হিজলবাৰী অঞ্চলত বদনাম ৰটি ফুৰা হৈছে। আন বছৰৰ দৰে আকৌ ইয়াত ভয়ানক বানপানী হ'লে, মথাউৰি ছিগিলে, ঘৰ ডুবিলে, খাদ্যৰ নাটনি হ'লে, আৰু বেমাৰ-আজাৰ হ'লে ৰাইজে কি কৰিব লাগিব, তাকে আলোচনা কৰিবলৈ ম'হবন্ধাত (তাত দুটামান ঘৰ সাজি লোৱা হৈছে, সৰু এটা কাৰ্যালয়ো আছে, সভা পাতিবৰ বাবে বাকৰি এখনো আছে) এখন সভা আহ্বান কৰা হ'ল, গাঁৱে-ভূঞে খবৰ দিয়া হ'ল। কিন্তু আচৰিত কথা যে মানুহ গোট নাখালে। কিন্তু আলোকৰঞ্জন মহন্ত হতাশ নহ'ল। ৰাইজে 'মংগলজ্যোতি'ৰ কৰ্মীবৃন্দক বেয়া নাপায়, বৰঞ্চ সংগঠনটোৰ প্ৰতি ৰাইজ কৃতজ্ঞহে। অথচ উগ্ৰপন্থী, চৰকাৰী বিষয়া, স্থানীয় বিষয়াক আৰু ঠিকাদাৰবোৰ ইয়াৰ বিৰুদ্ধে মাৰ বান্ধি থিয় হৈছে যাতে সংগঠনটোৱে ভাল কাম কৰিব নোৱাৰে। প্ৰচাৰ চলোৱা হৈছে 'মংগলজ্যোতি'ৰ কু-অভিপ্ৰায় আছে বুলি, ইয়াৰ লগত জড়িত ছোৱালীকেইজনীৰ বদনাম উলিয়াইছে, 'মংগলজ্যোতি'ৰ হৈ কাম কৰা দুজনমান মানুহ বিদেশী ৰাষ্ট্ৰৰ চোৰাংচোৱা, সিহঁতে দেশখনৰ কিছুমান গোপন খবৰ দি আছে ইত্যাদি অনেক মনেসজা কথা প্ৰচাৰিত হৈছে। কিছুমান চিন্তাশক্তি থকা মানুহৰ হয়তো কথাবোৰত বিশ্বাস জন্মা নাই। সভালৈ মানুহ নহাৰ কাৰণটো 'মংগলজ্যোতি'ৰ প্ৰতি বিৰাগ নহয়, আচল কাৰণ হ'ল ভীতি-প্ৰদৰ্শন। উগ্ৰপন্থীয়ে মানুহক কৈছে— যি তালৈ যায় তাৰে ওপৰত প্ৰতিশোধ লোৱা হ'ব। প্ৰতিশোধো সাধাৰণ বিধৰ নহয়। তেনে লোকক শাস্তি দি শেহত গুলীয়াই মৰা হ'ব।

আলোকৰঞ্জন আচৰিত হ'ল। কি যে বিচিত্ৰ দেশ! ইয়াত অনায়াসে মানুহক হত্যা কৰা হয়, চোৰাং কাৰবাৰবোৰ চৰকাৰী বিষয়াৰ সহযোগত অনায়াসে চলি থাকে, মাফিয়াবোৰ ৰাজনীতিকৰ বন্ধু হয়, গুণ্ডাৰাজ অপতিৰোধ্য হৈ পৰে। এনে এখন দেশত ভাল কাম কৰিবলৈকো তেন্তে মাফিয়া নাইবা ৰাজনৈতিক গুণ্ডাৰ অনুমতি লাগিব? জিলা গ্ৰামীণ বিকাশ অভিকৰণবোৰ ভ্ৰষ্টাচাৰৰ কেন্দ্ৰস্থল হৈ পৰিছে— এনেবোৰ মানুহৰ সমৰ্থনতে। তেওঁ অভিজ্ঞ আমোলা হিচাপে জানে যে ক্ষমতাধিষ্ঠিত ৰাজনীতিকৰ সমৰ্থন অবিহনে মাফিয়া, গুণ্ডা, উগ্ৰবাদী, দুৰ্নীতিপৰায়ণ বিষয়া, এইবোৰ কোনো তিষ্ঠি থাকিব নোৱাৰে।

তেন্তে উপায়? তেওঁ উপায়হীন। ৰাজস্থানত 'মংগলজ্যোতি'ৰ মাণ্ডলিক সঞ্চালক

নিৰঞ্জন জৈনে ভাল কাম কৰিব পাৰিছে। তেওঁহে এতিয়া কঠিন সমস্যাৰ সম্মুখীন হৈছে। তেন্তে গুণ্ডাৰাজ, মাফিয়া আৰু উগ্ৰবাদীৰ সমস্যাই অসমখন শেষ কৰি দিব নেকি?

তেওঁৰ মনটোত আজি আঁউসীৰ ঘন অন্ধকাৰ। অথচ দুদিনৰ আগতে এইটো মনেই হেৰাই যোৱা কবিত্ব-শক্তিক বিচাৰি পাবলৈ চেষ্টা কৰিছিল আৰু উৰ্মিৰ চকুত দেখিছিল তেওঁৰেই কবিজীৱনৰ প্ৰতিশ্ৰুতি। লাগে তেওঁৰ কবিতা-প্ৰীতিয়েই বিনষ্ট হওক, কিন্তু তেওঁ কিছুমান ধুৰন্ধৰ মানুহৰ আগত পৰাজয়বৰণ কৰিব নোৱাৰে। তেওঁ এটা বুদ্ধি বিচাৰি পালে। সেই অনুসৰি কাম।

'মংগলজ্যোতি'ৰ গোটেইখিনি মানুহ একেলগে একোখন গাঁৱলৈ গ'ল। তেওঁলোকে ৰাইজক কথাবোৰ বুজালে। নিৰ্ভয়ে থাকিবলৈকো ক'লে। দেহৰক্ষী ডেকাকেইটাই কোনো কোনো গাঁৱত এনেকৈ ক'বলগীয়া হ'ল— আমাৰ ছাৰে জিলাৰ বৰচাহাবতকৈ মানে ডি চিতকৈয়ো ডাঙৰ কাম কৰিছিল, ছেক্ৰেটেৰী আছিল, কমিছনাৰ আছিল। তদুপৰি এতিয়াও চৰকাৰৰ ঘৰত তেখেতৰ বেছ নাম আছে। গতিকে ছাৰে হিলজবাৰীলৈ সেনা, চি আৰ পি, পুলিচ আনি আমাৰ গাঁওবোৰৰ খেলিমেলিবোৰ চিজিল লগাই দিব পাৰে।

এনে ওলোটা প্ৰচাৰৰ ফলতেই 'মংগলজ্যোতি'য়ে আহ্বান কৰা শহাচাপৰিৰ সভাত যথেষ্ট মানুহ হ'ল। বানপানীৰ পৰা ৰক্ষা পোৱা ব্যৱস্থাসমূহৰ আলোচনা হ'ল। 'মংগলজ্যোতি'য়ে ৰাইজক পাৰ্যমানে সহায় কৰাৰ প্ৰতিশ্ৰুতি দিলে। যেনে—

(১) আপোনালোকে আগতে গৰু-ম'হ আৰু আন ঘৰচীয়া জন্তু ৰাখিব পৰা ওখ ঠাই আগতে চাই লৈ বানপানীৰ আগতে তাত এইবোৰ ৰাখক। মথাউৰি বা চাপৰিত আপোনালোকক চালি সাজি থাকিবৰ বাবে আমি সহায় কৰিম।

(২) বেমাৰ-আজাৰ হ'লে আমি সহায় কৰিম। চৰকাৰে দৰব-পাতি দিব নোৱাৰিলে আমিয়েই দিম।

(৩) চৰকাৰী সাহায্যই ঢুকি নোপোৱা ঠাইত আমি খাদ্যবস্তুৰ যোগান ধৰিম।

(৪) বানপানী শুকুৱাৰ পিছত চৰকাৰৰ ঘৰৰ পৰা কঠীয়া আদি পাব বুলি আপোনালোকে আশা কৰা অনুচিত। সাপক বিশ্বাস কৰিব, কিন্তু আপোনালোকে চৰকাৰক বিশ্বাস নকৰিব। এইক্ষেত্ৰত 'মংগলজ্যোতি'য়ে কঠীয়া, বীজ আদি যোগান ধৰিব আৰু খেতিৰ দিহা-পৰামৰ্শও দিব।

(৫) বানপানীৰ পিছত মহিলাসকলক ৰবি শস্যৰ খেতি কৰিবলৈ আৰু তাঁতশালৰ শিপিনী কৰি গঢ়ি তুলিবলৈ প্ৰশিক্ষণ অৰ্থাৎ ট্ৰেইনিং দিয়া হ'ব।

(৬) খৰালি নিশ্চয় জলসিঞ্চনৰ প্ৰয়োজন হ'ব। চৰকাৰ যদি আগবাঢ়ি নাহে, তেন্তে আমিয়েই ঠায়ে ঠায়ে অগভীৰ নলীনাদ বহুৱাম।

এই প্ৰতিশ্ৰুতিসমূহ যে নিৰ্বাচনৰ আগতে ৰাজনীতিকে দিয়া ভুৱা প্ৰতিশ্ৰুতিৰ দৰে নহয়, সেয়া ৰাইজে ভালকৈ বুজি পালে। শহাচাপৰিৰ মাইনৰ স্কুলৰ প্ৰাক্তন বয়োজ্যেষ্ঠ প্ৰধান শিক্ষক মনোজ পূজাৰীয়ে ক'লে, 'আমাৰ ৰাইজৰ মাজত পৰৰ মুখলৈ চাই থকা দস্তুৰ এটা হৈছে ৰাজনীতি কৰা মানুহবোৰৰ বাবেই। ইয়াৰ বিপৰীতে শ্ৰীযুত আলোকৰঞ্জন মহন্তৰ নেতৃত্বত 'মংগলজ্যোতি'ৰ ডেকা-ডেকেৰীসকলে আমাক নিজৰ ভৰিত নিজে থিয় দিয়াৰ বাট দেখুৱাইছে।' আঁৰিমৰাৰ লোকেশ্বৰ বায়নেও ক'লে, 'তোমালোক আমাৰ বাবে, বিশেষকৈ আমাৰ ল'ৰা-ছোৱালীৰ বাবে একো একোটা সুন্দৰ 'দিষ্টান্ত'।'

সকলো 'মংগলজ্যোতি'ক লৈ পঞ্চমুখ। সোঁত উভতি ব'লে। সাময়িক সন্তুষ্টি লাভ কৰি দহ দিনৰ পিছত আলোকৰঞ্জন মহন্ত গুৱাহাটী পালেহি। তেওঁ দেহৰক্ষী বিজন ভঁৰালীক লগত অনাৰ প্ৰয়োজনবোধ নকৰিলে। অৱশ্যে তেওঁৰ লগত ড্ৰাইভাৰ হৰিচৰণ থাকিলেও বিপদ নাই। তাৰ লগতো ৰিভলভাৰ আছে।

অফিচত এইকেইদিনতে গোট খোৱা চিঠিত ভালেমান খবৰ। বিশ্ববিদ্যালয়ৰ বিজনেছ মেনেজমেণ্ট বিভাগে তেওঁক এটা বক্তৃতা দিবলৈ অনুৰোধ জনাইছে। দিল্লীৰ এখন ছেমিনাৰলৈকো তেওঁক নিমন্ত্ৰণ কৰা হৈছে। আমেৰিকাৰ 'ভিছন মেন্‌কাইণ্ড' নামৰ আন্তঃৰাষ্ট্ৰীয় সংগঠনটোৱে তেওঁ লিখা চিঠিৰ প্ৰত্যুত্তৰ দিছে। দুখন চিঠি আহিছে অসম সচিবালয়ৰ পৰা। চিঠি দুখনৰ বিষয়বস্তু কি হ'ব পাৰে তেওঁ জানে। হয়তো দুটা গা এৰাই যোৱা বিধৰ উত্তৰ। তেওঁ হিজলবাৰীত উগ্ৰবাদীৰ দুষ্কৰ্মৰ বিৰুদ্ধে ব্যৱস্থা ল'বলৈ ৰাজ্যিক গৃহ বিভাগক অনুৰোধ কৰিছিল। তেওঁ উপলব্ধি কৰিছে যে উগ্ৰবাদীক নিৰ্মূল অথবা নিয়ন্ত্ৰণ কৰাৰ বাবে ৰাজনৈতিক সদিচ্ছা নাথাকিলে হাজাৰ-বিজাৰ সেনা- চিপাহীয়ে সিহঁতক একো কৰিব নোৱাৰে, মাত্ৰ মাজে মাজে দুটা-এটা গুলী খাই মৰি থাকিব। পুলিচো, সেনাও আৰু তেওঁলোকো। এখন চিঠিত বাতৰি কাকতৰ এজন সম্পাদকে বিচাৰিছে তেওঁৰ পৰা দুৰ্যোগৰ পৰা বাচি থকা উপায় (diaster management) সম্পৰ্কে এটা প্ৰবন্ধ। হাতৰ আখৰ দেখিয়েই তেওঁ বুজি পাইছে যে শেষৰখন চিঠি ব্যক্তিগত হ'বই লাগিব। তেওঁৰ দেহত মৃদু-মধুৰ শিহৰণ। নিশ্চয় এয়া উৰ্মিৰ চিঠি। তেওঁ আলোকৰঞ্জন কোন সময়ত অফিচলৈ আহে ঠিক নাই, অফিচত কিমান দিন অনুপস্থিত থাকে তাৰো উৱাদিহ তেওঁ নাপায়। সেই কাৰণেই তেওঁ চিঠিখন লিখি থৈ গ'ল। তেওঁক কোৱা হৈছে যে হিজলবাৰীত চেল' ফোন অৰ্থাৎ ম'বাইল অচল; নেটৱৰ্ক নাই।

বাহ্যজগতৰ সকলো কুটিলতা পৰিহৰি অন্তৰ্জগতৰ মধুৰতাৰ লগত মনটো সঁপি দিবলৈ তেওঁ উদ্বাউল হৈ পৰিল। লেফাফাটো আলফুলকৈ খুলি তেওঁ উৰ্মিৰ চিঠিখন পঢ়ি গ'ল ঃ

...চিঠি বোলা বস্তুটো লাহে লাহে নাইকিয়া হ'ব খুজিছে। এক শ্ৰেণী লোকৰ মাজত হাতে হাতে ম'বাইল। তথাপি চিঠিৰে যেনেকৈ নিজক প্ৰকাশ কৰিব পাৰি, অত্যাধুনিক ব্যৱস্থাৰে নোৱাৰি। মই দেখোন ফোনত কিছুমান কথা ক'বই নোৱাৰোঁ, লাগতিয়াল কথাই ক'বলৈ থাকি যায়। কি ক'ম, কোনটো কথা আগতে ক'ম, এইবোৰ চিজিল লগাই ক'ব নোৱাৰোঁ, উথপথপ লাগি যায়। তদুপৰি চিঠিৰে যিখিনি কথা নিঃসংকোচে ক'ব পাৰি, ফোনেৰে নোৱাৰি। লিখিত ভাষাৰ নিজস্ব সৌন্দৰ্য আৰু প্ৰকাশিকা শক্তি আছে।

এস্, আপুনি কিজানি আমনিয়েই পাইছে, 'ব'ৰ' হৈছে। এতিয়া আচল কথালৈ আহোঁ ঃ আপুনি ফোন আৰু ম'বাইলতো দুৰ্লভ। ম'বাইলটো ছুইচ অফ্ হৈ থাকিব পাৰে, ই আউট্ অব্ ৰিচ হ'ব পাৰে, লেণ্ড লাইনত আপোনাক পোৱা নাযাব পাৰে। এইবোৰ কাৰণতো চিঠি লিখিবলগীয়া হয়। গতিকে এইক্ষেত্ৰত চিঠি পোৱাৰ লগে লগেই আপুনি সংযোগ স্থাপন কৰিব পাৰে। আজিকালি দুটা প্ৰাণী চকুৰ আঁতৰ হ'লে মনৰো আঁতৰ নহয়। এতিয়া কণ্ঠস্বৰে দুটা মন আঁতৰ নকৰাকৈ ৰাখে। এনেকৈ কোৱাৰ উদ্দেশ্য এয়ে নহয় যে আপুনি সময় পালেই মোলৈ ফোন কৰি থাকিব লাগে। এইক্ষেত্ৰতো মাজে মাজে অসুবিধা হ'ব পাৰে। কেনে ধৰণৰ অসুবিধা, সেয়া মই ক'ব খোজা নাই। কাৰণ আমি নিজৰ অতীত আৰু বৰ্তমানৰ স্থিতি সম্পৰ্কে একো নজনাওঁ বুলি আগতেই ঠিক কৰি থৈছোঁ।

এটা ভাল খবৰ আছে। সুপ্ৰসিদ্ধ সাহিত্য-সমালোচক অধ্যাপক ঈশান দত্ত আৰু মোৰ যুটীয়া সম্পাদনাত 'অৰ্ধ শতাব্দীৰ অসমীয়া কবিতা' নামেৰে এটা সংকলন অলপতে প্ৰকাশিত হ'ব। প্ৰকাশ কৰিব সাহিত্য অকাডেমিয়ে। তাত আপোনাৰ 'ফাগুন ফাগুন লাগে' নামৰ কবিতাটোৱে ঠাই পাইছে। মই আপোনাৰ পূৰ্বতে কাকতে-পত্ৰে প্ৰকাশিত আটাইকেইটা কবিতা কপি কৰি ৰাখিছিলোঁ— আপোনাৰ হাতত শোধাই দিয়াৰ কেইবাবছৰৰ আগতেই। কাৰণ কবিতাকেইটা ছপা হোৱা পাতবোৰ হালধীয়া হৈ চুলেই এৰাই যোৱা অৱস্থা এটা হৈছিল।

কবিতাটো প্ৰকাশ হ'ব বুলি জানি আপুনি পুলকিত হ'বনে বিষণ্ণ হ'ব? যদি আকৌ সৃজন-প্ৰতিভা সঞ্জীৱিত কৰিব খুজিছে তেন্তে পুলকিত নহৈ নোৱাৰে। মনত ৰাখিব, 'সাগৰ দেখিছা'ৰ কলংপৰীয়া কবি দেৱকান্ত বৰুৱাই দীৰ্ঘ বিৰতিৰ পিছত জীৱনৰ বিয়লি বেলিকা 'আমি দুবাৰ মুকলি কৰোঁ'ৰ নিচিনা অনুপম কবিতা লিখিছিল— জটিল ৰাজনীতিয়ে তেওঁৰ মন কুটিল কৰা সত্ত্বেও। কাৰণ মানুহৰ হৃদয়াৱেগৰ পৰিসমাপ্তি নঘটে। সেয়েহে শ্ৰীমন্ত শংকৰদেৱে নব্বৈ বছৰ বয়স অতিক্ৰম কৰাৰ পিছতো 'ৰুক্মিণী হৰণ' নাটত ৰোমান্তিক গীত ৰচনা কৰিছিল।

চাৰি দিনমানৰ আগতে আপোনাৰ অফিচলৈ গৈছিলোঁ। তেওঁলোকে আপুনি অহা

নাই বুলিহে ক'লে। সবিশেষ জানিবলৈ ইচ্ছা আছিল যদিও একো নুসুধিলোঁ।

মন বৰ ভাল নহয়। এনেয়ে। কিছুমান কাৰণ বিমূৰ্ত। ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। পাৰি হয়তো সংগীতেৰে নাইবা চিত্ৰৰে।

বহুত লিখিলোঁ। আজিলৈ ইমানতে।...

তেওঁৰ মনটো উজলি উঠিল। ভাবিলে, তেন্তে আৰু কিছু দূৰ আগবাঢ়িব পৰা যাব। সাহসী নোহোৱাৰ কোনো প্ৰশ্নই নুঠে।

তেওঁ ফোনটো দাঙি ল'লে।

— হেল্ল'... অ' আপুনি! কেতিয়া আহিল?

— আহিয়েই তোমাৰ চিঠি পালোঁ। ইমান সুন্দৰ চিঠি। এনে চিঠি ত্ৰিছ বছৰৰ আগতে পোৱাহেঁতেন কিমান যে ভাল লাগিলহেঁতেন! ধন্যবাদ উৰ্মি, তোমাৰ সুন্দৰ মনটোৰ বাবে ধন্যবাদ।

— এটা কথা উহ্য ৰাখিছে কিয়?

— কোনটো কথা?

— সেই যে 'ফাগুন ফাগুন লাগে'ৰ কথা!

— তাৰ বাবে তুমিহে শলাগৰ পাত্ৰ। মই পেটে পেটে ভাল পাইছোঁ, কিন্তু মই গৰ্বিত নহয়। কাৰণ মই কিজানি হাজাৰ চেষ্টা কৰিও এতিয়া তেনে এটা কবিতা লিখিব নোৱাৰিম। মই হয়তো গল্প লিখিব পাৰিম, কিন্তু সেইবোৰ গল্প হ'ব অত্যন্ত আমনিদায়ক। তাত হয়তো থাকিব নৈতিক মানদণ্ড নিম্নগামী হোৱাৰ কথা, ভ্ৰষ্টাচাৰৰ কথা আৰু বহুত।

— লিখক আকৌ।

সন্দেহ আঁতৰিল, সংকোচ আঁতৰিল; ওখোৰা-মোখোৰ বাটটো সেন্দূৰী আলি হ'ল। চিত্ত জলতলমল, কিন্তু অস্বাভাৱিক। তেওঁলোকৰ কাৰণে এয়া শুভ লক্ষণ? নহয়, নিশ্চয় নহয়। দুয়ো জানে। কিন্তু তেওঁলোক অসহায়। এতিয়া এনে এটা অৱস্থা যে ঘূৰি যোৱাৰ উপায় নাই, যুক্তিৰ জয় হোৱাৰ সম্ভাৱনা নাই। আৰু বিপদেই যদি নাথাকে, তেন্তে এই হৃদয়স্পৰ্শী সম্পৰ্কৰ কি মূল্য আছে? কিছু ব্যতিক্ৰম ঘটিবই, স্বাৰ্থত্যাগেই এই দীপ্ত শিখাৰ জ্যোতি। তাকেইতো তেওঁলোকে ইমান দিনে শুনি আহিছে।

উৰ্মিৰ আপুনিবোৰ তুমি হৈছে। দুয়ো এদিন শ্বিলঙত। তেওঁ উত্তৰ-পূব পৰিষদত এখন আঁচনি দাখিল কৰিবলৈ গৈছিল। এদিন দুয়ো ডিব্ৰুগড়ত। তেওঁ এখন আলোচনা-চক্ৰ উদ্বোধন কৰিবলৈ গৈছিল। উৰ্মিয়ে কি কৈফিয়ৎ দি তেওঁৰ লগত আহিছে, তেওঁ

সোধা নাই। ইয়ো এটা চৰ্ত। কাৰণ কোনেও কাৰ ঘৰত কোন কোন আছে নাজানে। ইচ্ছা কৰিলে জানিব পৰা যায়। আলোকে উৰ্মিৰ ককায়েক, 'শান্তি নিবাস'ৰ মালিক মহানন্দ ফুকন নাজিৰক হিজলবাৰীলৈ যাওঁতে প্ৰসংগক্ৰমে সুধি পেলালেই উৰ্মিৰ বিষয়ে সকলো জানিব পাৰে। কিন্তু আলোকে চৰ্ত ভংগ কৰিব নোখোজে। দিশপুৰৰ সচিবালয়ত কোনোবা বিষয়াক সুধিলেই উৰ্মিয়ে সহজে জনাজাত প্ৰশাসনিক বিষয়া আলোকৰঞ্জনৰ ইতিবৃত্ত জানিব পাৰে। কিন্তু পূৰ্বৰে পৰা উৰ্মিয়ে মন বান্ধি আছে আলোকৰ বিষয়ে আন একো নাজানিবলৈকে।

সঘনে নিবিড়ভাৱে লগ নোহোৱাই ভাল। উৰ্মিয়েও এনেকৈয়ে কৈছে। সুন্দৰ মুহূৰ্তবোৰৰ স্মৃতিকণাৰে কোন কিমান দিন থাকিব পাৰিব?

কি সংকট! উৰ্মিয়ে 'মংগলজ্যোতি'ত কাম কৰিব খোজে। তেওঁৰ অৰ্হতা আছে জানো? ইয়াৰ মানুহবোৰ বিশেষভাৱে প্ৰশিক্ষণপ্ৰাপ্ত। উৰ্মিৰ কাৰণেতো সুকীয়াকৈ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব নোৱাৰি! তেওঁৰ কি বিশেষ গুণ আছে যে তেওঁক নিযুক্তি দিলে আনে সন্দেহ কৰাৰ অৱকাশ নাথাকিব?

ভালেমান চিন্তা কৰি আলোকে এটা উপায় বিচাৰি পালে। তেওঁ ক'লে, 'তুমি ঘৰ জেউতি সংঘত ভৰ্তি হোৱা। মই ৰিক'মেণ্ড কৰিছোঁ বুলি শ্ৰীমতী বৰকাকতীক ক'ম।' 'ঘৰ জেউতি সংঘ' নামৰ মহিলা সংগঠনটোৱে গাঁৱৰ মহিলাৰ হকে যথেষ্ট কাম কৰিছে। ইয়াৰ নেতৃত্ব দিছে প্ৰাক্তন বিধায়িকা সুৱৰ্ণ বৰকাকতীয়ে। এটা বৃহৎ অঞ্চলৰ নিৰ্বাচিত গাঁওকেইখনমানত 'ঘৰ জেউতি সংঘ'ই মহিলাসকলক পৰিয়াল পৰিকল্পনা, সন্তান প্ৰতিপালন, ব্যৱহাৰিক খাদ্য-পৰিপুষ্টি আৰু নাৰ্চাৰী গঢ়ি তোলাৰ শিক্ষা দি আৰু আৰ্থিক সাহায্য আগবঢ়াই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছে, আৰু লগতে ৰাজ্যিক স্বাস্থ্য বিভাগ, পঞ্চায়ত আৰু গ্ৰামোন্নয়ন বিভাগ আদিৰ চৰকাৰী লোকসকলৰ শত্ৰু হৈ পৰিছে। আলোকৰঞ্জন মহন্তৰ প্ৰচেষ্টাতে 'ঘৰ জেউতি সংঘ'ই দিল্লীস্থ এটা আন্তৰ্জাতিক সংগঠনৰ পৰা কিছু আৰ্থিক অনুদানো পাইছে। তেওঁৰ এটা পৰিকল্পনাও আছে। হিজলবাৰীৰ অধিকাংশ তিৰোতাই নিৰক্ষৰ। ভাৰতৰ ৰাষ্ট্ৰপতি বা প্ৰধানমন্ত্ৰী কোন বুলি সুধিলে তেওঁলোকৰ অধিকাংশই উত্তৰ দিব নোৱাৰিব। তেওঁলোকে জন্ম-নিয়ন্ত্ৰণ কৰিব পাৰি বুলি ক'লে গছত গৰু উঠা, জোলোঙাৰে কাণ খজুৱা কথা বুলিহে ভাবে। সন্তান জন্ম হোৱাটো ভগৱন্তৰ দান বুলি তেওঁলোকৰ একান্ত বিশ্বাস। তেওঁলোকে কেৱল মাছ-মাংস-কণী আৰু ঘিউ-মৌকে পুষ্টিকৰ খাদ্য বুলি ভাবে। নৈৰ পানী কিয় তপতাই খাব লাগে তেওঁলোকে নাজানে। সেয়েহে আলোকৰঞ্জনে ভাবিছে যে 'ঘৰ জেউতি সংঘ'ৰ কৰ্মীসকলক হিজলবাৰীলৈ নিব লাগিব আৰু তাত তেওঁলোকে তিৰোতাসকলক বোৱা-কটা, নাৰ্চাৰী গঢ়ি তোলা, সন্তান পালন, জন্মনিয়ন্ত্ৰণ আদিৰ শিক্ষা দিব লাগিব। তাৰ বাবে 'মংগলজ্যোতি'য়েই 'ঘৰ জেউতি সংঘ'ক ধন দিব পাৰিব। এনে শিক্ষা তাত বৰ

প্রয়োজনীয় হৈ পৰিছে। আওহতীয়া, যাতায়াতৰ ভাল ব্যৱস্থা নথকা হিজলবাৰী অঞ্চললৈ কোনো গ্ৰামসেৱিকা, অংগনৱাড়ী কৰ্মী, স্বাস্থ্য সম্প্ৰসাৰণ কৰ্মী আদি নাযায়। খেতিৰ দিহা দিয়া বিষয়া কিছুমান আছে বুলি তেওঁলোকে নাজানে।

কেইদিনমানৰ পিছতে শ্ৰীমতী সুৱৰ্ণ বৰকাকতীয়ে উৰ্মিক সাদৰেৰে 'ঘৰ জেউতি সংঘ'ৰ সদস্যা কৰি ল'লে। গতিকে উৰ্মি আলোকৰঞ্জন মহন্তৰ ওচৰলৈ অফিচৰ কামত আহিব পৰা হ'ল।

উৰ্মিৰ বৰ আনন্দ। পৰৰ উপকাৰ কৰি যে এক ব্যাখ্যাতীত আনন্দ পোৱা যায় তেওঁ ভালকৈ উপলব্ধি কৰিব পাৰিছে। তেওঁ অকল আনন্দিতয়েই নহয়; সুখীও। নিজক ব্যস্ত ৰাখিব পৰাটোও সুখী হোৱাৰ এক প্ৰধান পদক্ষেপ।

আলোকৰঞ্জন মহন্তৰ এতিয়া এটাই সমস্যা। হিজলবাৰীত তেওঁ পৰিকল্পনা অনুসৰি কাম কৰিব পৰা নাই। য'তে ত'তে উগ্ৰবাদীৰ ভাবুকি। প্ৰাণলৈনো কাৰ ভয় নাই? গতিকে তেওঁ দিশপুৰত মুখ্যমন্ত্ৰীক লগ ধৰিলে। সাধাৰণতে ৰাজনীতি কৰা মানুহবোৰ ঠিকাদাৰ আৰু পঞ্চায়তৰ মানুহৰ প্ৰতি সদয় যদিও শাসনাধিষ্ঠিত ৰাজনীতিকসকল উগ্ৰবাদীৰ প্ৰতি বিৰূপ। তেওঁলোকে উগ্ৰবাদী নিৰ্মূল হোৱাটো বিচাৰে। মুখ্যমন্ত্ৰীয়ে 'মংগলজ্যোতি'ৰ কাৰ্যাৱলীৰ বিষয়ে বহুত কথা শুনিছে। গতিকে হিজলবাৰীৰ ৰাজনীতি কৰা মানুহবোৰে 'মংগলজ্যোতি'ৰ বিৰুদ্ধে লগোৱা কথাবোৰ তেওঁ অকণো বিশ্বাস নকৰে। বৰঞ্চ তেওঁ এই মানুহবোৰক ককৰ্থনাহে কৰে, হিজলবাৰীৰ লগত জড়িত জিলা গ্ৰামীণ বিকাশ অভিকৰণৰ বিষয়াসকলক মাতি আনি সতৰ্ক কৰি দিয়ে। মুখ্যমন্ত্ৰী সদয় কাৰণে 'মংগলজ্যোতি'য়ে এইবাৰ মীন বিভাগ, ক্ষুদ্ৰ জলসিঞ্চন নিগমৰ পৰা ঠিকাও পাইছে। মুখ্যমন্ত্ৰীয়ে কোৱা কথাখিনি সংবাদ মাধ্যমত প্ৰকাশ পাইছেঃ কেৱল ব্যক্তিয়েহে ঠিকা পাব পাৰে, এনে এটা কথা নাই; সংগঠনেও পাব পাৰে। বেচৰকাৰী সংগঠনৰ পৰা দেশত বহুত ভাল কাম হৈছে। আজিকালি আন্তৰ্জাতিক সংস্থাসমূহেও ৰাইজৰ কাম কৰিবলৈ এন জি অ' (বেচৰকাৰী সংগঠন)কহে অনুদান দিয়ে।

চৰকাৰৰ পৰা সঁহাৰি আৰু লগতে ঠিকাৰ কাৰ্যকেইটা পাই আলোকৰঞ্জন মহন্তই ৰাইজক এনেকৈ কৈছিল— এইবাৰ বানপানীয়ে খেতি নষ্ট কৰিলেও শীতকালীন খেতি কৰি ৰাইজ টনকিয়াল হ'ব পাৰিব। খেতি নোহোৱা ঠাইত পুখুৰী খান্দি মাছ পুহিলে ৰাইজৰ হাতলৈ ধন আহিব। আমাৰ আইসকলনো কিয় পিছ পৰি থাকিব? বোৱা-কটাত পাৰ্গত তিৰোতাৰ মৰণ নাই।...

হিজলবাৰী অঞ্চলত যে আন ঠাইৰ পৰা পলাই অহা উগ্ৰবাদীয়ে চোং পাতিছে, এই খবৰ মুখ্যমন্ত্ৰীয়ে গৃহ মন্ত্ৰণালয়ৰ গুপ্তচৰ বিভাগৰ পৰা পাই আছে। গতিকে আলোকৰঞ্জন মহন্তৰ কথা শুনি তেওঁ সংকটটোৰ গুৰুত্ব বুজি পালে। তুৰন্তে 'ইউনিফাইড কমাণ্ড'ৰ শীৰ্ষ বৈঠকত বিষয়টো উত্থাপন হ'ল। শীঘ্ৰে ব্যৱস্থা গ্ৰহণ কৰাও হ'ল।

সংবাদ মাধ্যমে প্ৰচাৰ কৰিলে কেইবাটাও লোমহৰ্ষক কাহিনী। বিৰিণাআটি, শহাচাপৰি আৰু নদীয়াল চুকত সেনা আৰু উগ্ৰবাদীৰ গুলীয়াগুলী। দুজন উগ্ৰবাদী আৰু এজন সেনা নিহত, আহত গাঁওবাসীৰ সংখ্যা পোন্ধৰজনতকৈ বেছি...

হেলোংহোলাত ধৃত দুৰ্ধৰ্ষ উগ্ৰবাদীৰ মুখত চাঞ্চল্যকৰ উক্তিঃ স্থানীয় বিধায়কো দুষ্কাৰ্যত জড়িত।...

জলমৈ গাঁৱত বহুতো মাৰণাস্ত্ৰ উদ্ধাৰ। পৰিয়ালৰ মানুহৰ স্বীকাৰোক্তি ঃ হত্যা হোৱাৰ ভয়তেই উগ্ৰবাদীক আশ্ৰয়প্ৰদান।...

বছেৰেকীয়া যন্ত্ৰণাৰ 'উৎসৱ' হিচাপে ভয়ংকৰৰূপে বানপানী অহাৰ আগতে হিলজবাৰী অঞ্চলে স্বস্তিৰ নিশ্বাস ল'লে। অঞ্চলটোৱে উগ্ৰবাদীৰ জোৰ-জুলুমৰ পৰা সকাহ পালে। সিহঁত নাইকিয়া হ'ল। তাৰে দুই-এজনে টিপ্পনী কাটিলৈ— জহনীত যোৱাইঁতৰ ক'ত সঁচ মৰিব? বাৰিষাটো পাৰ হওকচোন, আকৌ সিহঁত ওলাবহি।

কিন্তু তেনে সম্ভাৱনা নাই বুলিয়েই আলোকৰঞ্জন মহন্তৰ বিশ্বাস জন্মিছে। কাৰণ বাৰিষাৰ অন্তত আঁৰিমৰা আৰু ঘাঁৰিয়াল গাঁৱৰ মাজৰ গান্ধী চাপৰিত (স্বৰাজ বিচৰা ভল'ণ্টিয়াৰবোৰে ইয়াতে মেল-মিটিং পাতি 'বক্তিতা' দিছিল।) সেনা অৰু কেন্দ্ৰীয় ৰিজাৰ্ভ পুলিচ (চি আৰ পি)ৰ ওচৰা-উচৰিকৈ দুটা চাউনি হ'ব। ইমানখিনি কাম যে তেওঁৰ চেষ্টাৰ ফলতে হৈছে তেওঁ কাকো নক'লে। আনকি ঊৰ্মিকো। অৱশ্যে ঊৰ্মিয়ে তেওঁক সোধাও নাছিল।

আহিল বানপানী। মৌচুমীয়ে ছয়াময়া দেখুওৱাৰ বাবে বৰষুণৰ প্ৰকোপ চৰিল। আষাৰৰ শেষ সপ্তাহতে আৰু বানপানীয়েও অকস্মাতে ভয়ংকৰ ৰূপ ল'লে। অৱশ্যে 'মংগলজ্যোতি'য়ে মথাউৰিৰ ভালেখিনি অংশ মেৰামত কৰা, গৰাখহনীয়া ৰোধ কৰাৰ সাময়িক ব্যৱস্থা লোৱা আৰু দুটামান ৰাস্তা নিৰ্মাণ কৰা বাবে আগৰ বাৰৰ দৰে ৰাইজ এইবাৰ বেছি অসহায় নহ'ল। এঠাইত বানপানীয়ে মথাউৰি ছিঙিলে। তাকে দেখি আলোকৰঞ্জন আৰু অভিযন্তা বিমান দাস হতাশ নহ'ল। কাৰণ পানীৰ ধৰ্ম মতে অপৰিকল্পিতভাৱে নিৰ্মাণ কৰা মথাউৰিটোৰ সেইটো অংশ ছিগি যোৱাত ভালহে হ'ল। পথাৰলৈ পানী বাগৰিল। ঘৰৰ ছালৰ ওপৰেদি পানী বগোৱাৰ পৰা জলমৈ গাঁও, শহাচাপৰি, চমুৱাগাঁও, বহঁতগাঁও আৰু বৰঘূলি ৰক্ষা পৰিল।

মানুহ আৰু পশুধনৰ আশ্ৰয়ৰ ঠাই হ'ল পানীত তল নোযোৱা চাপৰি, হাবিৰ মাজৰ বাকৰি, মথাউৰি আৰু ওখ ঠাইত সজা নামঘৰকেইটা। দুখনমান গাঁৱতহে চৰকাৰে খাদ্য বিলালে। চৰকাৰী সাহায্যৰ সৰহভাগ সাহায্যকাৰীৰ মাজত ভগা-বটা হ'ল।

পিছে 'মংগলজ্যোতি'য়ে ৰাইজ পাহৰি যাব নোৱাৰা ধৰণৰ কাম কৰিলে। লগতে 'ঘৰ জেউতি সংঘ'ও আছিল। তাৰ কৰ্মীসকলে খাদ্য বিলালে। অগভীৰ নলীনাদৰ যোগেদি খোৱাপানী যোগানৰ ব্যৱস্থা কৰা হ'ল।

'মংগলজ্যোতি'য়ে প্ৰায় ডেৰ লাখ বন্যাপীড়িত লোকৰ বাবে খাদ্য যোগান ধৰাটো সঁচাকৈয়ে দুঃসাধ্য আছিল। বানপানীত 'মংগলজ্যোতি'ৰ ভূমিকা সম্পৰ্কে বাতৰি কাকতসমূহত চিত্ৰসহ প্ৰকাশিত হ'ল। 'ঘৰ জেউতি সংঘ'ৰ মহিলাসকলৰ সাহসিকতাৰো প্ৰশংসা কৰা হ'ল। বন্যাপীড়িত ৰাইজৰ সাহায্যৰ কামত আগভাগ লৈছিল উৰ্মিমালা ৰাজখোৱা, দ্বীপান্বিতা বৰুৱা, সবিতা তালুকদাৰ আৰু অধ্যাপিকা মৌচুমী খাটনিয়াৰে।

বানপানী শুকাল। তথাপি মানুহৰ বিলাই-বিপত্তি নুগুচিল। আৰম্ভ হ'ল বেমাৰ-আজাৰ। হাইজাৰ পৰা সন্নিপাতলৈকে, তেজ-গ্ৰহণীৰ পৰা নিউমোনিয়ালৈকে। 'মংগলজ্যোতি'য়ে কিছুমান দৰব পাইছিল তিনিটা বিখ্যাত দৰব প্ৰস্তুতকাৰী বহুজাতিক প্ৰতিষ্ঠানৰ পৰা। গতিকে তেওঁলোকে ৰোগীক যথেষ্ট সহায় কৰিব পাৰিলে। তথাপি এই বানপানীত ভালেমান ঘৰচীয়া জন্তু উটি গ'ল, ভালেমান মৰিল, বানপানীয়ে পাঁচটা মতা মানুহ, এজনী গৰ্ভৱতী তিৰোতা আৰু চাৰিটা শিশুৰ প্ৰাণ ল'লে। ৰোগত মৰিল মতা-মাইকীকে ধৰি প্ৰায় পোন্ধৰটা।

আগতে নিশ্চয় বহুত মৰিছিল। এইবোৰ খবৰ কিজানি বাতৰি কাকত পঢ়া আৰু টিভি চোৱা সভ্য জগতখনে পোৱা নাছিল। ইয়াকে ভাবি আলোকৰঞ্জন মহন্তই হুমুনিয়াহ কাঢ়িলে। আনবোৰ বুৰক্ৰেটৰ দৰে পেঞ্চনৰ টকাৰে আৰামেৰে বাকী দিনকেইটা পাৰ কৰি দিম বুলি ভবাহেঁতেন তেওঁ কেতিয়াও জনসাধাৰণৰ এনে দুৰ্গতিৰ লগত মুখামুখি নহ'লহেঁতেন আৰু জনতাৰ জীৱন-স্পন্দনৰ আভাস নাপালেহেঁতেন।

# ছয়

আকৌ আঘোণ। প্ৰকৃতিৰ পৰিৱৰ্তিত সুষমা, ফলভৰা গছ, সোণালী হ'বলৈ ধৰা ধাননি, নিৰ্মল পানীৰ সোঁতবাহিনী মায়াময়ী তটিনী আৰু ঋতু পৰিৱৰ্তনৰ লক্ষণে মানুহক আঘোণ অহাৰ বাতৰি দিয়ে। কিন্তু ব্ৰহ্মপুত্ৰ আৰু পাহাৰেৰে পৰিবেষ্টিত মহানগৰী গুৱাহাটীৰ প্ৰকৃতি বিপৰ্যস্ত। ইয়াৰ জলবায়ু সুকীয়া হৈছে। উষ্ণতা বৃদ্ধি পাইছে। ইয়াত মানুহ প্ৰকৃতিৰ পৰশৰ পৰা বঞ্চিত। অথচ মানুহেই এনে অবাঞ্ছিত পৰিৱেশৰ সৃষ্টি কৰিছে। য'তে ত'তে মানুহ, য'তে ত'তে জাবৰ-জোঁথৰৰ দ'ম, ধোঁৱাই মলিন কৰা সামগ্ৰিকভাৱে দেখা নিদিয়া এখন অনুদাৰ আকাশ, বিভিন্ন ধৰণৰ ধ্বনিৰ কৰ্ণবিদীৰ্ণকাৰী কৰ্কশতা। ইয়াৰ মাজতে পুৱা আৰু সন্ধিয়া অনুভৱ কৰা জাৰ জাৰ ভাবটো, লাহী সূতাৰ দৰে আকাশত ওলমি থকা কুঁৱলী আৰু নৰকাসুৰ পাহাৰৰ ছেগা-চোৰোকা হাবিত আশ্ৰয় লোৱা অৱশিষ্ট পক্ষীকুলৰ আৱাৰে উৰ্মিক অনুমান কৰিবলৈ দিছে এইবাৰৰ আঘোণৰ আগমন। বাৰাণ্ডাৰ হেলনীয়া চকীখনত বহি তেওঁ দৃষ্টি নিক্ষেপ কৰিছে পাহাৰটোলৈ। তাত মাজে মাজে জ্বলি থকা বিজুলী বাতিবোৰ তেওঁৰ চকুত এচমকা তৰাভৰা আকাশ যেন লাগিছে। ওচৰতে বাতৰি কাকতখনত চকু ফুৰাই তেওঁ আঘোণৰ আগমনৰ বিষয়ে নিশ্চিত হ'ল। কাকতখনত ইংৰাজী তাৰিখটোৰ ওচৰতে ছপা হৈছে ৩ আঘোণ বুলি। তেওঁৰ মনটো উৰা মাৰিছে হিজলবাৰীলৈ। তাত সৰু সৰু পঁজাঘৰবোৰত জ্বলি থকা চাকিবোৰ, আধা আলো আধা আন্ধাৰত সুকীয়া ৰূপ লোৱা গছ-গছনিবোৰ আৰু নীতিশীতোষ্ণ বতৰটো, এইবোৰ সকলো মিলি অসামান্য হৈ পৰা হিজলবাৰীত এই সন্ধিয়াটো কটাবলৈ যে কিমান ভাল লাগিলহেঁতেন! বতাহে উৰাই অনা বনবকুলৰ গোন্ধ, তৰুৱা কদমৰ গোন্ধ, লখিমী পথাৰৰ গোন্ধ, নামঘৰত ডবাৰ মাত, ঘৰত ল'ৰা-ছোৱালীৰ কোৰ্হাল, গোহালিৰ কাষত জাবৰ-জোঁথৰৰ দ'মত লগোৱা জুইৰ মহ খেদোৱা ধোঁৱা, খোলৰ বোল, বাঁহীৰ সুৰ, ঘৰতে আওৰোৱা ভাৱৰীয়াৰ বচন; সকলোৱেই সেই ঠাইৰ সন্ধিয়াৰ অংগ। তাত জোনৰ পোহৰত আঘোণৰ কুঁৱলী পাটৰ সূতা জিলিকাদি জিলিকে। তাত থাকি উৰ্মিয়ে নিশ্চয় তেওঁৰ পুৰণি দিনলৈ উভতি যাবলৈ সুবিধা পালেহেঁতেন। প্ৰথম যৌৱন তেওঁ গাঁৱতেই কটাইছিল। এটা মাদকতাভৰা সন্ধিয়া তাতে জীৱনৰ প্ৰথম প্ৰিয়জনৰ নিবিড় বাহু-বন্ধনত বন্দী হৈ তেওঁ অন্য এটা দেহৰ উষ্ণতা অনুভৱ কৰিছিল। সেই মুহূৰ্তবোৰ আকৃতি লৈ এতিয়া আঘোণৰ কুঁৱলীৰ দৰে তেওঁৰ

মন-আকাশত ওলমি আছে আৰু নৱলব্ধ বিলম্ব প্ৰণয়েও এই আঘোণক বৈশিষ্ট্য প্ৰদান কৰিছে। তেওঁ ভাবিছে, ই তেওঁৰ দৈহিক ৰসায়নেই সলনি কৰিছে, জীয়াই থকাৰ আকাংক্ষা তীব্ৰতৰ কৰিছে, তেওঁৰ বতাহত খোজ দি ফুৰা যেন লাগিছে। ই নিশ্চয় এটা ইন্‌ষ্টিংট্, সহজ প্ৰবৃত্তি যি ক্ষুধাৰ দৰেই শক্তিশালী। প্ৰসিদ্ধ নৃতত্ত্ববিদ হেলেন ফিছাৰে এনেকৈয়ে কৈছে। ই ভৌতিক, আৱেগিক আৰু আধ্যাত্মিক; গতি আৰু উদ্দীপনাৰ সমাহাৰ।

তেওঁ আন এগৰাকী বিশ্ববিশ্ৰুত নৃতত্ত্ববিদৰ লিখনিৰ পৰা এই কথাখিনি মনত পেলাইছে। প্ৰণয় হেনো নদ-নদী, পাহাৰ-ভৈয়াম, মৰুভূমি-মৰুদ্যান, সাগৰ-মহাসাগৰতকৈ পুৰণি। পাউল' কোৱেলহ'ৰ উপন্যাসে তেওঁক এই সম্পৰ্কে এনেকৈ ভাবিবলৈকে মনটো দিছে। এৰা, তেওঁৰ সাম্প্ৰতিক মনটোৰ ঐশ্বৰ্যও ভগৱন্তৰে অশেষ দান। তেওঁ ধন্য হৈছে। তেওঁ কবিতা লিখিব পৰাহেঁতেন এটা উৎকৃষ্ট কবিতা হ'লহেঁতেন আৰু এই অনুভূতিয়ে যদি আলোকৰ মনটো (কেৱল মনটোৱেইনে?) আলোকিত কৰিছে, তেন্তে তেওঁ বাৰু আগতে লিখাৰ দৰে অন্তৰত গুণগুণনি তোলা এটা কবিতা লিখিব পাৰিবনে? অনুভূতি, ভাষা, ধ্বনি, ধ্বনি-ব্যঞ্জনা, চিত্ৰ, চিত্ৰকল্প; এইবোৰৰ সুসমন্বিত অখণ্ড ৰূপেই হ'ল এটা কবিতা।

তেওঁৰ মনত পৰিছে পৰিমল বৰবৰালৈ। সুপুৰুষ ডেকা অসামান্য ব্যক্তিত্বৰ অধিকাৰী। নতুনকৈ অহা ইঞ্জিনিয়াৰ। পৰিমলে তেওঁৰ মন-প্ৰাণ অধিকাৰ কৰিছিল। নিবিড় অন্তৰংগতা অতিক্ৰমি সেই প্ৰেমে দৈহিক পৰ্যায়ো পাইছিল। কিন্তু উৰ্মিৰ আশা অপূৰণ হৈ ৰ'ল। বদলি হোৱাৰ পিছত সেই ইঞ্জিনিয়াৰজনৰ শুং-সূত্ৰ পোৱা নগ'ল। চহকী বাপেকৰ একমাত্ৰ সন্তানটি হেনো উচ্চ শিক্ষাৰ বাবে বিদেশলৈ গ'ল। তাকে জানি মাকে জীয়েকক ক'লে, 'চিন্তা কৰি লাভ নাই, বেছি ওখলৈ বেঙা মেলাও ভাল নহয়। বাৰুকৈ দেহটো যে চম্ভালি ৰাখিব পাৰিলি, এয়ে ঢেৰ।'

মাকৰ এইষাৰ কথাই উৰ্মিৰ কলিজাত শেলে বিন্ধাৰ দৰে বিন্ধিছিল। কাৰণ মাকে ভাবিবই পৰা নাছিল যে তেওঁৰ ছোৱালীজনী আশা কৰাতকৈ বেছি আগবাঢ়িছিল আৰু প্ৰিয়জনৰ সমীপত তাই হিতাহিত জ্ঞান হেৰুৱাইছিল। তেওঁ কি সদায় এনেকৈ বঞ্চিত হৈ থাকিব? তেওঁ হৃদয় উজাৰি কাক ভাল পাব? কোন সেই প্ৰত্যাশিত পুৰুষ? কোনোবা তেওঁৰ প্ৰতি আকৰ্ষিত হ'লেই তেওঁক যে ভাল পাব লাগিব তাৰ কোনো অৰ্থ নাই। তেওঁ নিঃসন্দেহে ৰূপহী। বহু পুৰুষৰ চাৱনিয়েই তাৰ প্ৰমাণ। ৰূপ লৈ তেওঁ তেতিয়াৰ পৰাই গৰ্বিতা। নাৰীক ৰূপে প্ৰচুৰ আত্মবিশ্বাস দিয়ে, ৰূপে নিজৰ প্ৰতিমূৰ্তিৰ প্ৰেমত পৰিবলৈ বাধ্য কৰি বহু নাৰীক বিপদত পেলায়। এয়ে না(ৰ)চিছাছ কম্‌প্লেক্স। প্ৰশংসাই ইয়াৰ প্ৰধান আকৰ্ষণ। সেই মানুহজনে তেওঁক তেতিয়া বি এ পাছ কৰি স্কুলৰ শিক্ষয়িত্ৰী হৈ থাকোঁতে ইমান যে প্ৰশংসা কৰিছিল! আচলতে ভাল নাপালে এজন মানুহে এজনী

গাভৰুক ইমান প্ৰশংসা কৰিব নোৱাৰে। চেহেৰাত পৰিমল বৰবৰাৰ বিশেষত্ব নাই। এবাৰ দেখাৰ পিছত দ্বিতীয়বাৰ মনত নপৰা বিধৰ চেহেৰা। প্ৰায় চাৰে পাঁচ ফুট ওখ মিঠাবৰণীয়া এটা ডেকা। ডেকা কালত শৰীৰটো যেনেকুৱা হ'ব লাগে তেনেকুৱা এটা স্বাভাৱিক শৰীৰ। কিন্তু মাতটো আকৰ্ষণীয়, শুৱলা। কণ্ঠস্বৰে তেওঁক সুকীয়া এক ব্যক্তিত্ব দিছিল বুলি উৰ্মিৰ ভাব হৈছিল। হিয়াত উম দিব পৰা কণ্ঠস্বৰ আৰু লতাক বগাবলৈ দিব পৰা তেওঁ যেন গা-গছহে। মানুহটো লুচ্ছা স্বভাৱৰ নেকি? লুচ্ছা মানুহবোৰে জালত পেলোৱাৰ আশাত হোৱাই-নোহোৱাই নাৰীক প্ৰশংসা কৰে। এইটো এটা কায়দা বুলি উৰ্মিয়ে তেওঁৰ কেইজনীমান অভিজ্ঞা বান্ধৱীৰ মুখে শুনিছিল। সিহঁতে কৈছিল, 'কিয়নো ছোৱালীহঁত প্ৰশংসাত ভোল নাযাব? স্বয়ং ভগৱানো প্ৰশংসাত তুষ্ট হয়।' পিছে, পিছত লগ পোৱা ডেকাজন লুচ্ছা স্বভাৱৰ নাছিল। তেওঁ আছিল আপোন কণ্ঠস্বৰৰ দৰেই গম্ভীৰ, ছিৰিয়াছ আৰু সৎ। এৰা, তেওঁৰ কণ্ঠস্বৰৰ সততাৰ স্বাক্ষৰো আছিল।

তেৱেঁই বিশ্বম্ভৰ ৰাজখোৱা। তেওঁ সৰু চহৰখনৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ৰসায়নবিজ্ঞানৰ বিষয়-শিক্ষক হিচাপে আহিছিল। তেওঁ আছিল উৰ্মিহঁতৰ ভাৰাঘৰত। ওচৰৰ চাহ বাগিচাখনৰ বৰবাবু উজ্জ্বল ফুকনে তেওঁকে জীয়েকক বিয়া দিয়াৰ আশা পুহি ৰাখিছিল। মাকেও গম পাইছিল যে উৰ্মিৰ লগত মিলামিছা কৰিবলৈ পাই গহীন ল'ৰাটোক সন্তুষ্ট হোৱা যেন অনুমান কৰিছিল।

মাকে উৰ্মিক সুধিছিল, তোৰ কি ইচ্ছা?

তাই সুধিছিল— কিহৰ ইচ্ছা?

—বিশ্বম্ভৰ যে আমাৰ তাত থাকে, তেওঁক বেছি ভাল যেনেই লাগিছে। তোৰ বাৰু কি মত?

লাজ ভাব দেখুৱাই উৰ্মি মাকৰ ওচৰৰ পৰা আঁতৰি গৈছিল। তেতিয়া আলোকৰঞ্জন মহন্তহঁতৰ কবিতাই মোহচ্ছন্ন কৰা তেওঁৰ বয়স। তেওঁৰ সেই বয়সত দুনিয়াত কেৱল প্ৰেম। সেইখন দুনিয়াত নাছিল নিষ্ঠুৰতা, দুৰ্ভাগ্য, প্ৰবঞ্চনা আৰু হতাশাৰ হা-হুমুনিয়াহ। কবিতাই তেওঁৰ মনত এখন সুকীয়া অন্তৰ্জগত সৃষ্টি কৰিছিল। সঁচাকৈয়ে উৰ্মি দোমোজাত পৰিছিল। ভাল পাই পেলোৱা আৰু সেই ভাল পোৱাজনৰ সৈতে সংসাৰ কৰা সমানে প্ৰতিশ্ৰুতিপূৰ্ণ নে? ইতিমধ্যে তেওঁ ভাল পাই পেলাইছিল এজন গায়কক। তেওঁ আছিল এজন কবিও। নাম বেদান্ত বৰুৱা। তেওঁ আছিল মাটি হাকিম অৰ্থাৎ এছ ডি চি (উপপ্ৰতিসমাহৰ্তা)। মণ্ডল, কাননগো আৰু অঞ্চলটোৰ মাটি-বাৰীৰ লগত তেওঁৰ সম্পৰ্ক। তেওঁ অকলে অকলে এটা চৰকাৰী খেৰৰ পকী কৰা ঘৰত থাকে। পিয়ন এটাই ৰন্ধা-বঢ়া কৰি তেওঁক খুৱায়। মানুহটো দেখাত বৰ ভাল নহয় যদিও বেছ স্বাস্থ্যৱান। পাতল ওঁঠ দুখন আৰু দৃষ্টিত কামুকতাৰ চিন। কবিতাৰ যোগেদিও তেওঁৰ লগত উৰ্মিৰ চিনাকি। ফলত ভাল চাকৰি কৰা মানুহটো উৰ্মিৰ ঘৰলৈ নিমন্ত্ৰিতও হৈছিল। উৰ্মিয়ে

মানুহটোক ভাল পাইছিল। এই ভালপোৱাই এটা অন্তৰংগ স্তৰ পাইছিল। কিন্তু উৰ্মি প্ৰতাৰিতা হ'ল। বেদান্ত বৰুৱাৰ প্ৰেম আছিল বৈচিত্ৰবিলাসী। তেওঁ আছিল নিশ্চিত পল্লৱগ্ৰাহী। সন্ধিয়াৰ পৰা সুৰাত মগ্ন হৈ থকা কবিজনে উৰ্মিক কৈছিল, 'মই কোনো সম্পৰ্কতে বন্ধন থকাটো বাঞ্ছা নকৰোঁ।' উৰ্মিয়ে সুধিছিল, 'তেন্তে আপুনি এনেকৈয়ে থাকিব?' তেওঁ কৈছিল, 'বিয়াও আচল বন্ধনেই। কত মানুহ বিয়া নকৰোৱাকৈ বেছি ভালকৈ আছে!'

সেইদিনাই সকলো শেষ। উৰ্মিয়ে জীৱনত এই প্ৰথম মানুহক ঘৃণা কৰিবলৈ শিকিছিল। লুচ্ছা, লুচ্ছা! পূৰা লুচ্ছা। কবি-সাহিত্যিকো লুচ্ছা হ'ব পাৰেনে? বিয়া নকৰাওঁ বুলি কোৱাটোও কিজানি তেওঁৰ ভণ্ডামিহে। তেওঁ বিয়া কৰালে যদিও জানিবৰ উপায় নাই। কিজানি তেওঁ কাৰবাক বিয়া কৰাইছিল। মদপী আৰু চৰিত্ৰহীন বুলি চাগৈ সেইগৰাকী অভাগিনীয়ে তেওঁক এৰি গুচি গ'ল।

মাক-বাপেকে যেতিয়া বিশ্বম্ভৰ ৰাজখোৱাক বিয়াৰ প্ৰস্তাৱ দিলে তেওঁ পোনছাটে সন্মতি নিদি ক'লে, 'ঘৰত সুধিব লাগিব।' ইয়ো একপ্ৰকাৰৰ সন্মতিয়েই। কেইদিনমানৰ পিছত ঘৰৰ পৰা ককায়েক-নবৌয়েক আহি ছোৱালী পচন কৰি আঙঠি পিন্ধাই বিয়াৰ দিন ধাৰ্য কৰিলেহি। উৰ্মিৰ বান্ধৱী হৰিণীয়ে খবৰটো পালে। তাইৰ ইতিমধ্যে বিয়া হৈছিল আন এখন চহৰৰ উকীল এজনৰ লগত। খবৰটো পাই তাই ৰ'ব নোৱাৰিলে। নিজৰ ঘৰলৈ অহাৰ প্ৰধান উদ্দেশ্য আছিল উৰ্মিক লগ পোৱাহে! তাই উৰ্মিক সুধিলে, 'তই অকণো আপত্তি নকৰিলি?' উৰ্মি বিব্ৰত হ'ল। তাই অসন্তুষ্টও হ'ল। সুধিলে, 'তই কিয় এনেকৈ সুধিলি?' হৰিণীয়ে ক'লে, 'অৱশেষত তোৰ দৰে সাংঘাতিক ধুনীয়া ৰোমাণ্টিক ছোৱালীজনীয়ে এই নিমাখিত, ভালেমানৰ সৈতে দেখাত একে মানুহটোহে বিচাৰি পালি?'

উৰ্মিয়ে গহীনাই ক'লে, 'মা-দেউতাই ঠিক কৰিছে কাৰণেই মই অমত নাই হোৱা বুলি নাভাবিবি। ময়ো তেওঁকেই আশা কৰিছোঁ। ইতিমধ্যে আমাৰ মিলামিছা হোৱা নাই বুলিও নাভাবিবি। চা হৰিণী— ধুনীয়া, ৰোমাণ্টিক আৰু সফল মানুহবোৰে মোক নুবুজিলে, ঠেলা মাৰি খাবৈত পেলাই থৈ উধাও হ'ল। এওঁতো তেনে নহয়। এনে মানুহকেই মই ভাল পাওঁ। এওঁ মোক শান্তি দিব। মোৰ উপলব্ধি হৈছে আবিয়ৈ ছোৱালীৰ অশান্তিখিনি ৰোমাণ্টিক হ'লেও অন্ততঃ বিৰহ নহয়। শেষত কিজানি শান্তিৰেই জয় হয়।'

এইবোৰ কথা এতিয়া উৰ্মিৰ জলজল পটপটকৈ মনত পৰিছে। সেইদৰে বিশ্বম্ভৰ ৰাজখোৱাৰ এৰি থৈ অহা উজ্জ্বল জীৱনো। তেওঁ হৰিণীয়ে ভবাৰ দৰে ভালেমানৰ দৰে দেখাত একে মানুহ আছিল যদিও তেওঁৰ ছাত্ৰ-জীৱন বিচক্ষণ আছিল। তেওঁ উচ্চতৰ মাধ্যমিক বিদ্যালয়খনত কেইমাহমানহে কাম কৰিলে। তেওঁ যোৰহাটৰ আঞ্চলিক

গৱেষণাগাৰত সোমাল। আঞ্চলিক গৱেষণাগাৰ (আৰ আৰ এল) চি এছ্ আই আৰ (CSIR)ৰ অন্তৰ্ভূক্ত। গতিকে তেওঁ কেন্দ্ৰীয় চৰকাৰে বান্ধি দিয়া দৰমহা পোৱা এজন বিষয়া হ'ল। তেওঁ খুব ভাল কাম কৰিছিল। উৰ্মিয়েও যোৰহাটত থাকি বৰ ভাল পাইছিল আৰু বিজ্ঞানী বিশ্বম্ভৰৰ লগত ভাৰতৰ বিভিন্ন মহানগৰীলৈ যাব পাৰিছিল। সময়বোৰ উৰি গৈছিল পাখি লগা কাঁড়ৰ দৰে। তাতেই তেওঁ দুটি সন্তানৰ মাতৃ হৈছিল। এটা ল'ৰা আৰু এজনী ছোৱালীৰ।

কিন্তু আচৰিত কথা যে অৱসৰ গ্ৰহণ কৰাৰ পিছত বিশ্বম্ভৰ ৰাজখোৱা তেনেই সুকীয়া মানুহ হৈ পৰিল। তেওঁ কাণ-মূৰ পেলাই দিলে বুলিয়েই ক'ব পাৰি। অৱসৰৰ পিছত তেওঁ নিজকে কাৰো প্ৰয়োজনত নহা মানুহ বুলি ভাবিলে, তেওঁৰ জীৱনৰ আশা-আকাংক্ষা যেন অকস্মাতে চূৰ্ণ-বিচূৰ্ণ হৈ পৰিল; গতিত যতি পৰিল। পোছাক-পত্ৰ পিন্ধাৰ চখ নাইকিয়া হ'ল। তেওঁ এনেকৈ থকা হ'ল যে এইজন মানুহেই আৰ আৰ এল (আঞ্চলিক গৱেষণাগাৰ)ৰ জ্যেষ্ঠ বিজ্ঞানী আছিল বুলি অনুমান কৰিব নোৱাৰি। তেওঁ সদায় ল' প্ৰফাইল মেইনটেইন কৰা হ'ল। তেওঁৰ জীৱনৰ গতি স্তব্ধ হ'ল। তেওঁ আশ্ৰয় ল'লে গ্ৰন্থ আৰু টিভি চেনেলৰ সমাচাৰত। কাচিতহে তেওঁ ঘৰৰ পৰা ওলোৱা হ'ল। তেওঁৰ কথোপকথনত অকণো উচ্ছলতা প্ৰকাশ নোপোৱা হ'ল। আগৰ প্ৰাণৱন্ত মানুহটোৰ সম্প্ৰতি এক বিৰক্তিকৰ নিশ্চলতা।

কিন্তু উৰ্মিৰ বাবে এনে জীৱন কেতিয়াও জীৱন হ'ব নোৱাৰে। গতিয়েই জীৱন। স্বামীৰ স্থবিৰতা তেওঁৰ আৰ্হি হ'ব নোৱাৰে। তেওঁ গান্ধাৰী হ'ব নোখোজে। তেওঁৰ চকুত জীৱন মানে বৈষয়িক উন্নতি নহয়, জীৱন মানে সাৱধান হৈ মান-সন্মান বজাই ৰখাটো নহয়, জীৱন মানে অহং ভাবৰ পৰিতুষ্টি নহয়, জীৱন মানে বিখ্যাত হোৱাৰ সাধনাও নহয়, জীৱন মানে ভাল লাগি যোৱা সুন্দৰ বাস্তৱৰ অনুধাৱন, প্ৰাত্যহিক তুচ্ছতাৰ এক নান্দনিক অনুভৱ, সুন্দৰ স্মৰণীয় অভিজ্ঞতাৰ এক সংমিশ্ৰিত সৌৰভহে। এইবোৰতো কেৰিয়াৰিষ্ট (কৰ্মজীৱনৰ উন্নতি লাভত আগ্ৰহী) ৰসায়ন বিজ্ঞানী বিশ্বম্ভৰ ৰাজখোৱাৰ ভাবনাই ঢুকি নাপায়— তেওঁ যিমানেই কিতাপ নপঢ়ক লাগে, যিমানেই ৰসায়নবিজ্ঞান জানক লাগে। উস্ কি যন্ত্ৰণা! শেষত যে দুই অভিন্ন নাৰী-পুৰুষ মনোজগতৰ পৰা বিচ্ছিন্ন হৈ পৰিল। সদ্য-সান্নিধ্যয়ো মনক জোৰা লগাব পৰা নাই। এৰা, মনৰ জগতখনেই আচল জগত। আন সকলো মায়া যদিও সেইবোৰ অস্তিত্বহীন নহয়। জীৱনটোৰ জুলীয়া পদাৰ্থৰ দৰেই নিজস্ব অবয়ব নাই।

কিন্তু আলোকৰঞ্জন সুকীয়া মানুহ। অৱসৰ গ্ৰহণৰ পিছত আৰম্ভ কৰা নতুন জীৱনত তেওঁৰ উৎসাহ-উদ্দীপনা আগতকৈ বেছিহে হৈছে। স্বাস্থ্যও অটুট আছে— বোধহয় কৰ্মব্যস্ততাই মনৰ দুঃচিন্তা বা স্ব-উপাৰ্জিত দ্বন্দ্বক অপসাৰিত কৰা কাৰণেই। জীৱনত দ্বন্দ্ব আৰু মানসিক সংঘাতৰ উৎস নিজেইহে। উৰ্মিয়ে মানুহৰ সকলো দ্বন্দ্বকে নিজে

মাতি অনা বুলি ভাবে। আলোকৰঞ্জনৰ বয়স বাঢ়িছে কিন্তু তেওঁৰ জন্ম-পঞ্জীৰ বয়স অৰু শৰীৰ-ক্রিয়াত্মক বয়সৰ মাজত প্ৰভূত পাৰ্থক্য।— ডেয়াৰ ইজ্ মাচ্ ডিফাৰেন্স বিটুইন হিজ ক্ৰনল'জীকেল আৰু ফিজিঅ'ল'জীকেল এইজ। তেওঁৰ বয়স বাঢ়িছে, কিন্তু দেহত বয়সৰ আঁচোৰ পৰা নাই। তেওঁ এইবাবেও সুখী। সকলো সম্পদৰ ভিতৰত স্বাস্থ্যই হ'ল মানুহৰ পৰম সম্পদ। তেওঁ কিজানি আন এটা বিশেষ কাৰণত সুখী। সেয়ে হ'ল নিস্বাৰ্থ কৰ্মেৰে পৰোপকাৰ। 'মংগলজ্যোতি'ৰ কামেই তেনেকুৱা। তেওঁ কৰ্মযোগী। যি কৰ্মত লাভৱান হোৱাৰ উদ্দেশ্য নাই অথচ ফল পোৱা যাবই, তেনে কৰ্মই গীতাশাস্ত্ৰৰ আসক্তিবিহীন কৰ্ম। গীতাত আছে— কৰ্মণ্যেৱাধিকাৰস্তে মা ফলেষু কদাচন। মা কৰ্মফলহেতুৰ্ভূৰ্মা তে সংগোহ স্তকৰ্মণি'। অৰ্থাৎ কৰ্মতহে তোমাৰ অধিকাৰ, ফলত কেতিয়াও নহয়। কৰ্মফলপ্ৰাপ্তিৰ তুমি কাৰণ নাইবা। কৰ্মফলতো তোমাৰ প্ৰবৃত্তি নহওক।

তাৰ পিছতেই ভগৱান কৃষ্ণই কৈছে— 'যোগস্থঃ কুৰু কৰ্মাৰ্ণি সংগং তক্ত্বা ধনঞ্জয়। সিদ্ধসিদ্ধ্যোঃ সমো ভূত্বা সমত্বং য়োগ উচ্যতে।' হে ধনঞ্জয়, যোগস্থ হৈ আসক্তি ত্যাগ কৰি, সিদ্ধি আৰু অসিদ্ধিত সমান মনোভাব ৰাখি কৰ্মসমূহ কৰা। সিদ্ধি আৰু অসিদ্ধিত সমতা স্থাপন কৰিব পৰাকে যোগ বোলা হয়।

তেন্তে মহাত্মা গান্ধীয়ে ঠিকেই কৈছে যে দৰমহা পাই যি কাম কৰা হয় সেয়া গীতাৰ কৰ্ম নহয়, চাকৰিৰ সেৱাহে। আই এ এছ বিষয়া হিচাপে, উপায়ুক্ত, সচিব বা আয়ুক্ত হিচাপে আলোকৰঞ্জন মহন্তই যি কাম কৰিলে সেয়া চাকৰিৰ পৰা আশা কৰা কামহে, গীতাশাস্ত্ৰৰ বিহিত কৰ্ম নহয়। কাৰণ বৃটিছৰ দিনৰ পৰা এতিয়ালৈকে চিভিল ছাৰ্ভিচ (বেসামৰিক সেৱা) চিভিলো (বেসামৰিকো) নহয়, ছাৰ্ভিচো (সেৱাও) নহয়। কিন্তু সম্প্ৰতি আলোকৰঞ্জন মহন্তৰ কৰ্ম সম্পূৰ্ণ গীতাবিহিত কৰ্ম। কাৰণ এই কৰ্ম আসক্তিশূন্য, নিস্বাৰ্থ, পৰোপকাৰজড়িত। পৰোপকাৰৰ যোগেদিহে ঈশ্বৰক পাব পাৰি। ঈশ্বৰৰ অস্তিত্বত বিশ্বাস ৰখা প্ৰত্যেকটো ধৰ্মৰ মহান বাণী এয়েই। পৰোপকাৰ কৰি ঈশ্বৰৰ নাম ল'বলৈ সময় নোপোৱা লোকেও কিজানি ঈশ্বৰৰ কৃপা লাভ কৰিব। কৰ্মহীন লোক ঈশ্বৰ-ভক্ত হোৱাৰ কোনো যুক্তি থাকিব নোৱাৰে। কাৰণ এই পৃথিৱীত পাপ হ'ল কৰ্মহীনতাহে। অথচ আমাৰ অসমৰ সমাজ আজি আলস্যৰে প্ৰদূষিত। সেয়ে জ্যোতিপ্ৰসাদে এনেকৈ পাবলৈ বাধ্য হৈছিল— কৰ্মহীনতা, কাপুৰুষতাই তোমাক কৰিলে জয়...। স্বামী বিবেকানন্দই কৈছিল— গীতা পঢ়িও কৰ্মহীন হৈ থকাতকৈ ফুটবল খেলাই ভাল।

ভগৱান শ্ৰীকৃষ্ণই পুনৰ কৈছে— *ন হি কশ্চিৎ ক্ষণমপি জাতু তিষ্ঠত্যকৰ্মকৃৎ।* কাৰ্যতে হ্যৱশঃ কৰ্ম সৰ্বঃ প্ৰকৃতিজৈৰ্গুনৈঃ।। কোনোৱে কেতিয়াও ক্ষন্তেক সময়ো কাম নকৰাকৈ নাথাকে। সকলোৱেই প্ৰকৃতিজাত গুণৰ প্ৰভাৱত কৰ্মত প্ৰবৃত্ত হয়। গতিকে

ভগৱান শ্ৰীকৃষ্ণৰ মোক্ষম উপদেশ হ'ল— নিয়তং কুৰু কৰ্ম ত্বং কৰ্ম জ্যায়ো হ্যকৰ্মণঃ। শৰীৰয়াত্ৰাপি চ তে ন প্ৰসিধ্যেদকৰ্মণঃ।। তুমি নিৰন্তৰ কাম কৰি যোৱা। কাম নকৰাতকৈ কাম কৰা ভাল। কাম নকৰিলে শৰীৰটোও ভালে ৰাখিব নোৱাৰিবা।

তেনেহ'লে উৰ্মিৰ চকুত আলোকৰঞ্জন মহন্তই কিয় পূৰ্ণমূৰ্তিৰূপে দেখা নিদিব? নিষ্কাম কৰ্মতেই তেওঁ শেহতীয়া বয়সত জীৱনৰ উদ্দেশ্য বিচাৰি পাইছে। তেওঁ হয়তো এতিয়া কবিতা লিখিব নোৱাৰিব পাৰে। কবিতাৰ মূল্য আছে। একোটা কবিতা সঁচা আৱেগ-অনুভূতিৰ গুণত যুগ যুগ ধৰি তিষ্ঠি আছে আৰু যুগে যুগে অগণন লোকৰ মৰমী হৃদয়ক পৰিতৃপ্ত কৰি আহিছে। কিন্তু সৎ কৰ্মৰো এটা সুন্দৰ কবিতাৰ দৰেই স্থায়িত্ব আছে। গান্ধী, মেণ্ডেলা, আইনষ্টাইন, গৌতম বুদ্ধ, মহাবীৰ, যীশু প্ৰভৃতি মহামানৱৰ জীৱনেই একো একোটা কবিতা। তেনে আৰু বহু লোক আছে। কিজানি আলোকৰঞ্জনে কবিতা লিখিব। সেয়া নিশ্চয় 'ফাগুন ফাগুন লাগে'ৰ দৰে ৰোমাণ্টিক কবিতা নহ'ব; ঋষি অৰবিন্দ বা ক্ৰিষ্টোফাৰ ইছাৰউদে লেখাৰ দৰে আধ্যাত্মিক ভাবাৱেশবিশিষ্ট ফটিকৰ ধাৰ যেন কবিতা হ'ব।...

আধ্যাত্মিক শব্দটোৱে পূৰ্বৰে পৰা উৰ্মিৰ মনত গোলমাল লগাই আছে। ঘনাই ঘনাই প্ৰয়োগ হোৱাৰ বাবে শব্দটোৰ ধাৰ নোহোৱা হৈছে, প্ৰকৃত অৰ্থ হেৰাই গৈছে। সকলোৱেই আধ্যাত্মিকতাৰ কথা কয়, কিন্তু এই নিৰ্বস্তুক শব্দটোৰ কোনেও এটা সংজ্ঞা দিয়া নাই। কেৱল ধাৰ্মিকসকলেই আধ্যাত্মিক সাধনা কৰিছে বুলি মানি ল'বলৈ উৰ্মিয়ে টান পায়। পৰোপকাৰৰ প্ৰেৰণা, সত্যানুসন্ধানৰ বাবে নিস্পৃহ সাধনা, সৃষ্টিৰ প্ৰেৰণা, মানৱ প্ৰেম, নৰ-নাৰীৰ দেহ-মনৰ আকাংক্ষিত প্ৰেম-প্ৰণয়-পীৰিতি, পিতৃস্নেহ, মাতৃস্নেহ আদিও আধ্যাত্মিক বুলি তেওঁৰ মাজে মাজে উপলব্ধি হয়। আধ্যাত্মিক চেতনাৰ অন্য নাম জীৱনৰ প্ৰতি দয়া বুলি কোনোবা শাস্ত্ৰত যদি কোৱা আছে তেন্তে উৰ্মিয়ে এতিয়ালৈকে সেয়া বিচাৰি পোৱা নাই। নিশ্চয় ক'ৰবাত আছে। অৱশ্যে ঈশ্বৰ দয়াময় বুলি কীৰ্ত্তন-ঘোষা আৰু নামঘোষাত সঘনে পোৱা যায়।

সন্ধিয়া পাৰ হ'ল। বাহিৰত এতিয়া ঘন কুঁৱলী। ৰে'লৰ উকিয়েহে উৰ্মিৰ চিন্তাৰ ওৰ পেলালে। তেওঁৰ জাৰ লাগিছে। পশ্চিম দিশৰ পৰা চেঁচা বতাহ বৈছে। ইমান সময়তে ৰে'লগাড়ীখন উজনি অসমৰ ফালে যায়। ৰে'লগাড়ীখন চাই তেওঁৰ ভাল লাগিছে। আলোকিত খিৰিকীবোৰ এটা পোহৰৰ বাট হৈ পৰিছে। বাটটো গৈ আছে দুৰন্ত গতিত। ৰেলগাড়ীখন দূৰৰ পৰা যে ইমান ৰহস্যময় লাগে! গতি, গতি, গতি। সেইদৰে জীৱনৰো বিৰাম নাই! আকৌ তেওঁ চিন্তাৰ পকনীয়াত। ভিতৰৰ পৰা পাতল স্কাৰ্ফখন আনি গাত লৈ তেওঁ আগৰ ঠাইতে বহিছেহি। চিন্তাক লেগাম লগাব খোজাহেঁতেন তেওঁ এতিয়া টিভিৰ আগত বহিব পাৰিলেহেঁতেন। কিন্তু টিভিৰ কাৰ্যসূচীবোৰ বৰ স্থূল বুলি তেওঁ গণ্য কৰিছে। এতিয়া অতিকে ভাল লাগিছে ৰে'লগাড়ীৰ

শব্দ, পাৰি থোৱা তিখাৰ মাৰিৰ ওপৰত তিখাৰ চকাৰ তীব্ৰ ঘৰ্ষণ আৰু দীঘল উকিটো। ৰে'লগাড়ীখন গৈ এতিয়া চাগৈ পানীখাতী পাৰ হ'ল। আকৌ প্ৰায় ডেৰ ঘণ্টাৰ পিছত আন এখন ৰে'লগাড়ী আহিব। হঠাতে এখন মালবোজাই কৰা ৰে'লগাড়ীও ওলাবহি পাৰে। পোনতে এই ঠাইত ঘৰ সাজোঁতে ৰে'লৰ আলিটোৰ কথা ভবাই হোৱা নাছিল। তেতিয়া ৰে'লগাড়ীৰ শব্দই কাণ দুখন আৰু ৰাতিৰ নিদ্ৰাক আঘাত কৰিছিল। কিন্তু এতিয়া এনে অভিযোগ কোনেও নকৰে। সকলো এনে শব্দত অভ্যস্ত হৈ পৰিছে। বৰঞ্চ সময় মতে ৰে'লগাড়ীখন পাৰ নহ'লে, কিবা কাৰণত পাৰ হৈ যোৱা ৰে'লগাড়ীৰ সংখ্যা কমিলে বা বানপানীৰ সময়ত বা ভাৰত বন্ধ-অসম বন্ধত ক'ৰবাত ৰে'লগাড়ী ৰৈ থাকিলে উৰ্মিৰ দিনটো অসম্পূৰ্ণ যেন লাগে। ই সময়ৰ সূচক, গতিৰ সূচক।

তেওঁৰ মনটো কোমল হৈ পৰিছে। পুৰণি দিনৰ কথা পাহৰি যাবলৈ চেষ্টা কৰিছে। কিন্তু তেওঁতো ইচ্ছা কৰি ভাবনাক ৰোধ কৰিব নোৱাৰে! ধ্যান কৰোঁতেও হেনো পোনতে কিছুমান আজব ভাবনা আহে আৰু মাৰ যায়, আকৌ আহে আৰু মাৰ যায়। কিছু সময়ৰ পিছতহে ভাবনা স্থিৰ হৈ ধ্যান হৈ পৰে। এতিয়া উৰ্মিৰ মনৰ কুঠৰীত তেওঁৰ আৱিৰ্ভাৱ। তেওঁৰ লগত বা কেতিয়া দেখা-সাক্ষাৎ হয়! কিঞ্চিৎ হৃদয়ৰ দহন যে কিমান উপভোগ্য!

# সাত

হিজলবাৰীৰ ৰাইজৰ বাবে স্বস্তিৰ কাৰণ হৈছে আন এটাহে। বানপানীয়ে বালি নেপেলোৱা পথাৰকেইখনত ভাল খেতি হোৱাৰ কাৰণে নহয়, সেনা-চিপাহীয়ে তাত খোপনি লোৱা উগ্ৰবাদী কিছুমানক খেদিব পঠিওৱাৰ কাৰণেহে। সিহঁতেও যুঁজি চালে, পিছে তিষ্ঠিব নোৱাৰিলে।

ইয়াত এতিয়া চি আৰ পি আৰু সেনাই চাউনী পাতিছেহি। ই অঞ্চলটোৰ কাৰণে শুভ লক্ষণ। এইবোৰ ইয়ালৈ আহিছে কাৰণেই চহৰৰ পৰা ইয়ালৈ এটা আহল-বহল ৰাস্তা হৈছে। অৱশ্যে ৰাস্তাটোত আলকতৰা ঢালি মিহি কৰা হোৱা নাই, তাত শিলগুটিহে পৰিছে।

হিজলবাৰীত আৰ্মি অপাৰেশ্যন হ'ব বুলি শুনি স্থানীয় বিধায়কজন জিকাৰ খাই উঠিছিল। তেওঁ মুখ্যমন্ত্ৰীক কৈছিল যে হিজলবাৰীত কাচিৎহে ক'ৰবাৰ পৰা এটা-দুটা উগ্ৰবাদী ল'ৰা আহি ওলাইহি বুলি তেওঁ শুনিছে, এতিয়া সেনা আহিলে সিহঁতে মিছাতে সাধাৰণ মানুহৰ ওপৰত অত্যাচাৰ চলাব আৰু সেইটোহে ডাঙৰ কথা হ'ব। কিন্তু তেওঁৰ কথা নৰজিল। ইফালে ৰাইজৰ বুজিবলৈ বাকী নাথাকিল যে আলোকৰঞ্জন মহন্তৰ প্ৰচেষ্টাতে তালৈ সেনা আৰু চি আৰ পি আহিল। কাৰণ তেওঁ এই সম্পৰ্কে মুখ্যমন্ত্ৰীৰ লগত আলচ কৰাৰ বাতৰিটো বাতৰি কাকতসমূহে পৰিৱেশন কৰিছিল। বাতৰি কাকত পঢ়া মানুহৰ মুখেই হিজলবাৰীৰ ৰাইজে কথাটো জানিছিল।

আলোকৰঞ্জন মহন্তই এনে হ'ব বুলি কল্পনাই কৰিব পৰা নাছিল। তেওঁ সেনা অভিযান চলি থকা দিনকেইটা হিজলবাৰীলৈ যোৱা নাছিল। তেওঁ বিচৰা নাছিল যে ইয়াৰ মূলতে তেওঁ আছিল আৰু উগ্ৰবাদী নিৰ্মূল হোৱাটো তেওঁ বিচাৰে বুলি মানুহে জানক। আগতেই তেওঁৰ শত্ৰুৰ দলে তেওঁলোকক 'ৰ'(RAW)ৰ এজেণ্ট বুলি প্ৰচাৰ কৰিছিল। কিন্তু বাতৰি কাকতসমূহে লিখা কথাকেইটা ইয়াৰ নিৰক্ষৰ-অৰ্ধ সাক্ষৰ মানুহে গম পাই যাব বুলি তেওঁ ভাবিবই পৰা নাছিল।

ইয়ালৈ প্ৰায় এপষৰ মূৰত আহি তেওঁ দেখিলে যে শোভাযাত্ৰা কৰি গায়ন-বায়নেৰে তেওঁক আদৰিবলৈ বহু লোক ম'হবন্ধাৰ কাৰ্যালয়লৈ আহিছে। তাকে দেখি তেওঁৰ চকু সেমেকিল। তেওঁ ক'লে— মোক কিয় আদৰিব লাগিছে? মই মাত্ৰ আপোনালোকৰ সেৱক। তেওঁ দেখি আচৰিত হ'ল যে ৰাইজৰ মাজত গাঁও পঞ্চায়তৰ সভাপতি ৰতিকান্ত

ভূঞা আৰু তেওঁৰ লগত সনাপোটোকা হৈ থকা ঠিকাদাৰ হৰি কলিতা আৰু মোহন হাটীমতাও আছে। হঠাৎ এনে হৃদয়ৰ পৰিৱৰ্তন সম্ভৱপৰ জানো? নাইবা ইয়াৰ অন্তৰালত কিবা অভিসন্ধি আছে?

তেওঁক গান্ধীবড়িলৈ লৈ যোৱাৰ কথা। তাতে তেওঁক সম্বৰ্ধনা জনাব। তেওঁ না কৰিব নোৱাৰিলে, ৰাইজৰ ইচ্ছাত তেওঁ অসন্মত হ'ব নোৱাৰিলে। অভিযন্তা বিমান দাস ওচৰতে আছিল। ইয়াত থাকি কাম কৰোঁতে তেওঁক সম্বৰ্ধনা জনোৱাৰ আয়োজন কৰিছিল বুলি তেওঁলোকে গম পাইছিলনে বুলি তেওঁক সোধাত বিমান দাসে ক'লে যে আলোকৰঞ্জন কেতিয়া আহিব বুলি কেইজনমানে দুবাৰমান সুধিছিল। কিন্তু এইবাবেই সোধা হৈছিল বুলি বিমান দাসে অনুমান কৰিব পৰা নাছিল। পিছে হৰি কলিতা, মোহন হাটীমতা আৰু ৰতিকান্ত ভূঞা তেওঁৰ কিয় প্ৰশংসামুগ্ধ হ'ল তেওঁ বুজি নাপালে। এই মানুহবোৰে সঁচাকৈয়ে জানো অঞ্চলটোৰ উন্নতি হোৱাটো বিচাৰে? বোধহয় সোঁত সলনি হোৱাত সিহঁতেও ৰূপ সলাইছে। তেওঁৰ পেটে পেটে হাঁহিও উঠিল। এই শোভাযাত্ৰা আৰু আদৰণী সভাৰ বাবে হোৱা খৰচ-পাতি সিহঁতেই হয়তো বহন কৰিছে। সিহঁত সন্ত্ৰস্ত। সিহঁতৰ সান্দহ খোৱা বালি তল যাব খুজিছে। গতিকে সম্বৰ্ধিত হৈ আলোকৰঞ্জন মহন্ত আপ্লুত হ'ব নোৱাৰিলে। প্ৰত্যুত্তৰত তেওঁ খুব চমুকৈ ৰাইজৰ শলাগ ল'লে। সন্ধিয়া তেওঁ দেহৰক্ষী বিজন ভঁৰালীক সুধিলে, 'ইয়াৰ তলা-নলা তুমি বুজি পাইছানে?' বিজনে ক'লে, 'সিহঁতকেইটাই পাপ খণ্ডাই সাধু-সন্ত হ'ব খুজিছে। ইমান দিনে সিহঁতে কমবোৰ পইচা মাৰিলেনে? তদুপৰি সেই নৰবধীবোৰে গোটোৱা বহুত টকা ইহঁতৰ হাতত।'

আলোকৰঞ্জনে ক'লে, 'জানি থৈ ভালেই হ'ল। পিছে আমি জানিও নজনা ভাও ধৰিব লাগে। কি কোৱা? শত্ৰু বঢ়োৱাৰ লাভ নাই। মনত ৰাখিবা, বিষদাঁত উঘালি নেপেলোৱালৈকে সাপৰ পৰা সদায় আমি সাৱধানে থাকিব লাগিব।'

'মংগলজ্যোতি'ৰ মাঘবিহুলৈকে কাম হ'ল— ৰাইজক শিক্ষা দিয়া। 'মংগলজ্যোতি'ৰ কৰ্মীয়ে ঠায়ে ঠায়ে অগভীৰ নলীনাদ বহুৱাই দিয়াৰ বাবে এইবাৰ হিজলবাৰীত ৰবি শস্য ভাল হ'ল। এতিয়া চলিব একেলগে কেইবাটাও কাম: উন্নত কৃষি পদ্ধতিৰ প্ৰশিক্ষণ, ক্ষুদ্ৰ জলসিঞ্চন নিগমে দিয়া ঠিকাৰ কাম সম্পূৰ্ণ কৰা, মহিলাসকলক বোৱা-কটাৰ আধুনিক শিক্ষা দিয়া (ইয়াত কৌটিকলীয়া তাঁতশালেই চলি আছে) আৰু মাতৃসকলক সন্তান-পালনৰ আৰু আধুনিক পুষ্টিবিজ্ঞানৰ প্ৰশিক্ষণ দিয়া। ইতিমধ্যে ৰাইজক মথাউৰি মেৰামত কৰা আৰু গৰাখহনীয়া ৰোধ কৰাৰ বাবে নদীৰ পাৰ বন্ধা কামত লগোৱা হৈছে। এই কামত গুৱাহাটীৰ পৰা নিবনুৱা ইঞ্জিনিয়াৰকো লগোৱা হৈছে। আৰু কাম চলি আছে বৰঘূলি, আঁৰিমৰা, বৰিয়াল আৰু বহুত গাঁৱত। আনবোৰ গাঁৱতকৈ এইকেইখন গাঁও দ। তাত বাওধানত বাদে আন খেতি নহয়। গতিকে তাত ৰাইজক ডাঙৰ ডাঙৰ

পুখুৰী খন্দোৱাত লগোৱা হৈছে। পুখুৰী খন্দা মাটি দি তৈয়াৰ কৰা ওখ পাৰত গছ ৰোৱা হ'ব, পুখুৰীত মাছ পোহা হ'ব। আলোকৰঞ্জনে দিশপুৰতে গম পাইছিল যে ডি আৰ ডি এ (জিলা গ্ৰামীণ অভিকৰণ)ৰ দুটা প্ৰকাণ্ড পুখুৰী খন্দাৰ আঁচনি আছিল। কিন্তু সেই কথা ৰাইজে গমকে নাপালে। কাগজে-পত্ৰে আৰু ফাইলত পুখুৰী খন্দাৰ কাম সমাপ্ত হ'ল। অথচ পুখুৰী খান্দিবলগীয়া ঠাইত এতিয়া দলনি য'ত বাৰিষা কামচৰায়ে ৰঙা ঠোঁট গুজি ফুৰে আৰু হালধীয়া চৰায়ে জিৰণি লয়।

উন্নত কৃষি-পদ্ধতিৰ প্ৰশিক্ষণৰ বাবে চহৰৰ পৰা কৃষি-স্নাতক অনা হ'ব। তেওঁলোকে আজিকালি কৃষি-সম্প্ৰসাৰণ বিষয়া হিচাপে ভ্ৰমণ-সূচী বাতিল কৰিবলগীয়া হৈছে আৰু অবাবত সময় নষ্ট কৰি দৰমহা খাই আছে। কাৰণ ভ্ৰমণ বানচ দিবৰ বাবে চৰকাৰৰ ধনৰ নাটনি। 'মংগলজ্যোতি'ৰ মানুহে তেওঁলোকৰ দুজনমানক অনুৰোধ কৰাত তেওঁলোকে নিজৰ খৰচতে হিজলবাৰীলৈ আহি কাম কৰিম বুলি কথা দিছে। তিৰোতাখিনিক বোৱা-কটাৰ প্ৰশিক্ষণ আৰু মাতৃসকলক সন্তান পালন আৰু পুষ্টিবিজ্ঞানৰ শিক্ষা (কেনেকৈ খাব লাগে, কি'কি খাব লাগে, কেনেকৈ ৰান্ধিব লাগে ইত্যাদি) দিয়াৰ দায়িত্ব দিয়া হৈছে 'ঘৰজেউতি সংঘ'ক। গুৱাহাটীৰ মহাবিদ্যালয় এখনৰ গাৰ্হস্থ্যবিজ্ঞানৰ প্ৰবক্তা মৌচুমী তালুকদাৰক ইয়াৰ দায়িত্ব দিয়া হৈছে। সংঘৰ সদস্যাসকলৰ খোৱা-থকাৰো ইয়াত ব্যৱস্থা কৰা হৈছে। গাঁৱৰ ৰাইজকেই ইয়াৰ দায়িত্ব দিয়া হৈছে।

'মংগলজ্যোতি'ৰ হিজলবাৰীৰ কাৰ্যালয়লৈ মাজে মাজে গাঁও পঞ্চায়তৰ সভাপতি ৰতিকান্ত ভূঞা আহি থাকে। ঠিকাদাৰ মোহন হাটীমতা আৰু হৰি কলিতায়ো আলোকৰঞ্জন মহন্তক মাত এষাৰ দি যায়হি। তেওঁলোকৰ লগত তেওঁ খুব সাৱধানে কথা পাতে। অৱশ্যে 'মংগলজ্যোতি'ৰ কৰ্ম-আঁচনিৰ সম্ভেদ লৈ তেওঁলোকে জড়িত হোৱাৰ ইচ্ছা প্ৰকাশ নকৰে। এক প্ৰকাৰ সৌজন্যমূলক আগমন বুলিহে ক'ব পাৰি। তেওঁলোকৰ মুখকেইখন দেখিয়েই অনুমান কৰিব পাৰি যে তেওঁলোক প্ৰত্যেকেই এতিয়া কোব খোৱা বিষধৰ।

অলপ দিনৰ ভিতৰতে হিজলবাৰী হৈ পৰে কৰ্মযজ্ঞৰ তীৰ্থস্থান। আহিছে কৃষি বিষয়া, সমাজ কল্যাণ বিষয়া, মীন-পালন বিষয়া, পশুপালন বিষয়াৰ লগতে স্বাস্থ্য আৰু পঞ্চায়ত-গ্ৰামোন্নয়ন বিভাগৰ মহিলা কৰ্মী। তেওঁলোক 'টুৰ' লৈ অহা নাই। তেওঁলোক আহিছে 'মংগলজ্যোতি'ৰ অনুৰোধত— পৰোপকাৰী কৰ্মৰ শাশ্বত আদৰ্শৰে অনুপ্ৰাণিত হৈ। হৰ্তা-কৰ্তাসকলে তেওঁলোকক হকা-বাধা দিলেই কটু সমালোচনাৰ সন্মুখীন হোৱাৰ সম্ভাৱনা। কাৰণ এতিয়া 'মংগলজ্যোতি'ৰ সুনাম চৌদিশে বৈ-বৈ গৈছে।

আলোকৰঞ্জন সন্তুষ্ট। তেওঁ ভাবিছে, 'ঘৰজেউতি সংঘ'ৰ পৰা অহা মৌচুমী

তালুকদাৰ, সুবৰ্ণ বৰকাকতী, উৰ্মিমালা ৰাজখোৱা, সবিতা গোহাঁই আদিৰ উপস্থিতিয়েও অঞ্চলটোত কম মোহিনী মায়াৰ সৃষ্টি কৰা নাই।

কাৰ্যালয়ৰ কাষৰ জৰি গছজোপাৰ তলত বহি আলোকৰঞ্জন মহন্তই নৈৰ পৰা অহা জুৰ বতাহ গাত লগাই জিৰণি লোৱাৰ সময়তে উৰ্মি আহি ওলালহি। ক'লে, 'তুমি তেন্তে ৰাজহুৱা সম্পত্তি হৈ গ'লা। ছেগ বুজি লগ পাবলৈ পৰহিৰে পৰা চান্দি আছিলোঁ। বাৰুকৈ আজি পাই গ'লোঁ।'

'ভাল কৰিলা। অশেষ ধন্যবাদ। ইমান ওচৰত তোমাক দেখি বৰ ভাল লাগিছে। কাম কৰি কেনে পাইছা?'

'ভাল লাগিছে। তোমাৰ জীৱন সাৰ্থক হৈছে।'

'তোমাৰ একা?'

'সেই বাবে তোমাক ধন্যবাদ। ইস্ সেই দিনা তেনেকৈ দৈৱযোগত লগ নোপোৱাহেঁতেন...'

'চব অসম্পূৰ্ণ হ'লহেঁতেন।'

অলপ দূৰৈত সবিতা আৰু দ্বীপান্বিতা। সিহঁতৰ হাতত একোডাল যমলাখুটি আৰু মুখত এমোকোৰা হাঁহি।

'কিবা ক'বা?'

'গুৱাহাটীলৈ কেতিয়া যোৱা হ'ব?'

'খেতিয়কে ধাননি পথাৰত প্ৰথম গুটি সিঁচাৰ পিছত। সেইটো বৰ্‌ড়িয়া উৎসৱ।' অৱশ্যে ঘৰে ঘৰেহে এই উৎসৱ। ধান সিঁচা মানুহজনক ঘৰত কেইবাবিধ শাকৰ আঞ্জাৰে ভাত-সাঁজ খুউওৱা হয়। মই ভাবিলোঁ সকলোৱেই দেখাদেখিকৈ ভোজ-ভাত খোৱাই ভাল হ'ব। মোৰ প্ৰস্তাৱত ৰাইজে সঁহাৰি দিলে। তিনিখনকৈ গাঁও মিলি এঠাইত ভোজ। এনেকৈ মাজে মাজে ভোজ-ভাত খালে ৰাইজৰ মাজত মিল বেছি হয়। এই নিয়মটো এতিয়া বহুত গাঁৱৰ পৰা উঠি যাব খুজিছে। বৰ বেয়া কথা হৈছে। পূৰ্ণমূৰ্তি গোপালদেৱে কিন্তু তেতিয়াই ইয়াৰ গুৰুত্ব খুব ভালকৈ বুজিছিল। তেৰাই প্ৰতিমাহে গাঁৱত ৰাইজে ভোজ পতাটো বাধ্যতামূলক কৰিছিল। একোখন দুখীয়া গাঁৱে কেতিয়াবা ভাত আৰু পচলাৰেই ভোজ-ভাত খাবলগীয়া হৈছিল।'

'তুমি কেনেকৈ জানিলা, এইবোৰ পাঁচশ বছৰৰ আগৰ কথা?'

'সৰুতে আমাৰ গাঁৱত শুনিছিলোঁ। আতাই কৈছিল।'

মৌচুমীহঁতৰ হাঁহিৰ খলকনি বেছি ওচৰ চাপিছে। ইতিমধ্যে এওঁলোকৰ কথা বন্ধ হৈছে। মাত্ৰ নিবিড় দৃষ্টি-বিনিময়।

# আঠ

এটা বিপদৰ পৰা উদ্ধাৰ হ'বলৈ চাওঁতে আন এটা বিপদ আহে। এটা সমস্যাৰ সমাধান কৰিবলৈ গৈ আন এটা সমস্যাৰ সন্মুখীন হ'বলগীয়া হয়। ৰোগৰ বিৰুদ্ধে যুঁজি সফল হ'লে আকৌ জনসংখ্যা বিস্ফোৰণৰ সমস্যাই দেখা দিয়ে। ৰাসায়নিক সাৰ আৰু ৰাসায়নিক কীটনাশক দ্ৰব্য প্ৰয়োগ কৰি খেতি কৰিলে শস্যৰ উৎপাদন বাঢ়ে, কিন্তু শস্যত বিষাক্ত দ্ৰব্য থাকি যায়, মাটিৰ স্বাভাৱিক গুণ নাইকিয়া হয়, চৌদিশে বায়ু আৰু পানী দূষিত হয়। কল-কাৰখানাত প্ৰস্তুত বিবিধ সামগ্ৰীয়ে আমাৰ জীৱন সমৃদ্ধ কৰিছে আৰু এখন উপভোক্তাৰ সমাজ গঢ় লৈ উঠিছে, পিছে ইয়াৰ ফলত মানুহৰ মাজত অশান্তি সৃষ্টি কৰিছে নানা তৰহৰ কৃত্ৰিম অভাৱে। শিল্প-সামগ্ৰীৰ এনে প্ৰাচুৰ্যই মানুহক স্বাৰ্থপৰ কৰিছে, ব্যক্তিকেন্দ্ৰিক কৰিছে। পৃথিৱীত যাতায়াতৰ প্ৰচুৰ উন্নতি হৈছে। কত ধৰণৰ যে মটৰগাড়ী ওলাইছে! মানুহ দ্ৰুতগামী হৈছে। বিজ্ঞানে ব্যক্তিৰ জীৱনত প্ৰবল বেগ দিছে, জম্বু জেটৰ কল্যাণত এতিয়া ইউৰোপ পাবলৈ প্ৰায় আধা দিনহে লাগে, অথচ বেগ সৃষ্টি কৰা প্ৰযুক্তি কৌশলে আমাৰ আৱেগহে কাঢ়ি নিছে। সংযোগ-ব্যৱস্থাৰ অভূতপূৰ্ব উন্নতি হৈছে। চেল ফোনৰ দ্বাৰা নাইবা যিকোনো ফোনৰ দ্বাৰা যিকোনো সময়তে পৃথিৱীৰ যিকোনো ঠাইৰ মানুহৰ লগত সংযোগ স্থাপন কৰিব পাৰি। পৃথিৱীৰ সকলো খবৰ ঘৰতে বহি টিভিৰ পৰ্দাত পাব আৰু চাব পাৰি। কিন্তু আজিৰ তথ্য-প্ৰযুক্তিৰ যুগত হৃদয়ৰ সংযোগহে টুটি আহিছে। মানুহ আগতকৈ বেছি অকলশৰীয়া হৈছে। নিঃসংগতা আধুনিক মানুহৰ প্ৰধান ৰোগ হৈ পৰিছে। সেই কাৰণেই প্ৰকৃত প্ৰেমৰ মূল্য আজি ইমানেই অমূল্য! কল-কাৰখানা আৰু বিভিন্ন যান-বাহন চলে কয়লা, পেট্ৰ'ল আৰু ডিজেলেৰে। এইবোৰৰ দহনৰ ফলত অকল প্ৰচণ্ড বায়ু-প্ৰদূষণেই ঘটা নাই, পৃথিৱীৰ উত্তাপো অভাৱনীয়ভাৱে বাঢ়িছে, যাৰ ফলত সুমেৰু-কুমেৰু আৰু আল্‌প্‌স-হিমালয়ৰ বৰফ গলা পানীয়ে সমুদ্ৰপৃষ্ঠ ওপৰলৈ তুলিলে উপকূল অঞ্চল সমুদ্ৰই গ্ৰাস কৰিব পাৰে আৰু কোনো কোনো সাগৰপৰীয়া দেশ নিমজ্জিত হ'ব পাৰে বুলি পৰিৱেশবিজ্ঞানীসকলে আগলিবতৰা দিছে। তথাপি ভস্মাসুৰৰূপী ঔদ্যোগীকৰণৰ প্ৰবক্তাসকল আৰু শিল্পোন্নত দেশসমূহৰ শুভ বুদ্ধিৰ উদয় হোৱা নাই।

হিজলবাৰী অঞ্চলৰ পৰা সেনা আৰু কেন্দ্ৰীয় সংৰক্ষিত বাহিনীয়ে উগ্ৰবাদীক বিতাৰিত কৰাৰ পিছত সেনা আৰু কেন্দ্ৰীয় সংৰক্ষিত বাহিনী (চি আৰ পি)য়েই এতিয়া

এটা প্ৰধান সমস্যা হৈ পৰা দেখি আলোকৰঞ্জন মহন্তৰ এইবোৰ অপ্ৰিয় সত্য মনলৈ আহিছে। দুনিয়াখন তেন্তে সমস্যামুক্ত হৈ থাকিব নোৱাৰে। 'সিহঁত'ৰ এতিয়া তেওঁৰ বিৰুদ্ধে মানুহক উচটাবলৈ সুবিধা এটা অন্ততঃ ওলাল। তেওঁ চিন্তিত হৈ পৰিছে। আজিৰ পৃথিৱীত তেন্তে স্কাউণ্ড্ৰেলেৰেই জয় হৈছে? নহ'লে মাফিয়া কিছুমান মন্ত্ৰী হৈ তিঘিল-ঘিলাই থাকে কেনেকৈ? এটা মাফিয়া বুলি জনাজাত মন্ত্ৰীৰ স্বঘোষিত সা-সম্পত্তিয়েই হেনো ১৮ কোটি টকাৰ। সিহঁতে আৰু কমিউনিষ্টবোৰৰ আদৰ্শবিৰোধী কাৰ্যকলাপে গণতন্ত্ৰৰ ফোঁপোলা স্বৰূপটো উদঙাই দিছে। এৰা, আলোকৰঞ্জন মহন্তৰ দৰে মানুহবোৰে ভুল সময়ত ভুল দেশত জন্মগ্ৰহণ কৰিছে। মোহনদাস কৰমচাঁদ গান্ধীয়েও ভুল সময় আৰু ভুল দেশত জন্মগ্ৰহণ কৰিছিল। কিন্তু মহাপুৰুষজনাই ভুল দেশ আৰু ভুল সময়ক শুধৰালে। কিন্তু তেনে এজন মহাপুৰুষতো আৰু ওপজা নাই! দেশৰ বিবেক ঘূৰাই আনিবলৈ স্বামী বিবেকানন্দও নাই, আনকি ডক্টৰ ৰামমনোহৰ লোহিয়াৰ নিচিনা স্বাৰ্থত্যাগী নেতা এজনো নাই।

সেনাবোৰৰ ডাঙৰ ভুল হয়। গাঁওবাসীয়ে উগ্ৰবাদীক সমৰ্থন কৰে আৰু লুকুৱাই ৰাখে বুলি সিহঁতে বিশ্বাস কৰে। সেই কাৰণেই সিহঁতে গঞাৰ ওপৰত জোৰ-জুলুম চলায় আৰু সুবিধা বুজি নাৰীৰ ইজ্জৎ নষ্ট কৰিবলৈ বিচাৰে। তেনে দৃষ্টান্ত দেখা গৈছে উজনি অসমত। সেনা আৰু চিপাহীৰ অত্যাচাৰ-উৎপীড়নে উগ্ৰবাদীৰ হৃত জনপ্ৰিয়তা ঘূৰাই অনাত সহায় কৰিছে। নহ'লেনো নিহত উগ্ৰবাদীৰ অন্ত্যেষ্টিক্ৰিয়াত হাজাৰ হাজাৰ ৰাইজৰ সমাগম হয়নে?

তেওঁক অভিযোগ দিছে ভিন ভিন গাঁৱৰ লোকে। কোনোৱে আকৌ কয় অত্যাচাৰ হেনো সিমান চলা নাই। কাৰণ সেনাই উগ্ৰবাদীৰ সন্ধানত প্ৰশ্ন সুধি কাকো হাৰাশাস্তি কৰা নাই। কিন্তু কাৰোবাৰ ঘৰত সোমাই নকৰিবলগীয়া কাম কৰিছে। সিহঁতে ডকাইকা দি খোৱাবস্তু লৈ গৈছে, কুঁহিয়াৰতলীত সোমাই কুঁহিয়াৰ খাইছে, জীয়ৰী-বোৱাৰীক জোকাইছে, উগ্ৰবাদীক আশ্ৰয় দিয়া পৰিয়ালকেইটামানত অত্যাচাৰ চলাইছে।

এটা সাংঘাতিক অপপ্ৰচাৰ চলোৱা আৰম্ভ হৈছে। ইয়াৰ উৎস বিচাৰি পোৱা কঠিন। উগ্ৰবাদীৰ ছদ্মবেশী সমৰ্থকো হ'ব পাৰে, 'মংগলজ্যোতি'ৰ শত্ৰু হৈ পৰা ঠিকাদাৰ-বিষয়াৰ দলো হ'ব পাৰে, নাইবা কোনোবা লুকাই থাকিবলৈ সমৰ্থ হোৱা উগ্ৰবাদীও হ'ব পাৰে। অপপ্ৰচাৰটোৱে আলোকৰঞ্জন মহন্তক বিপদত পেলাইছে। 'মংগলজ্যোতি'য়ে বিদেশী ৰাষ্ট্ৰৰ গুপ্তচৰ হিচাপে কাম কৰিছে। চৰকাৰতো তেনে বিষয়া আছে, আনকি বিধায়কো আছে। আলোকৰঞ্জন মহন্তই সেইবোৰ মানুহৰ যোগেদি চৰকাৰৰ প্ৰিয়পাত্ৰ হোৱা কাৰণেই 'মংগলজ্যোতি'য়ে হিজলবাৰীত জলসিঞ্চন আৰু গৰাখহনীয়াৰ ঠিকা পাইছে। আলোকৰঞ্জন মহন্তৰ স্বভাৱ-চৰিত্ৰও ঠিক নহয়। তেওঁ খবৰ দিলেই গুৱাহাটীৰ পৰা এজাক এজাক তিৰোতা মানুহে গৰ্ভৱতী তিৰোতাক দিহা-পৰামৰ্শ দিবলৈ আৰু

আনবোৰক বোৱা-কটা শিকাবলৈ আহি যায়। গাঁৱৰ মানুহবোৰক তেওঁৰ তলতীয়া কৰি ৰাখিবৰ কাৰণেই তেওঁ হিজলবাৰীলৈ সেনা আনিছে, চি আৰ পি আনিছে। ইয়াৰ অফিচাৰবোৰৰ লগত আলোকৰঞ্জন মহন্তৰ সনাপোটোকা।— এইবোৰেই অভিযোগ।

ইয়াৰ এটাও কথা সত্য নহয়। এই কথাকে ক'ব পাৰিলেহেঁতেন স্থানীয় হাইস্কুলৰ শিক্ষককেইজনে, ৰফিকুল মণ্ডলে আৰু স্থানীয় বিধায়ক কুলপতি দত্তই। শিক্ষককেইজনৰ এনে কৰিলে নিজৰ লাভ নহয় কাৰণে তেওঁলোক মনে মনে আছে। তেওঁলোক গছত উঠাই গুৰি কটা মানুহ। হয়তো 'মংগলজ্যোতি'ৰ কৰ্মীসকলৰ জনপ্ৰিয়তা দেখি তেওঁলোকে পেটে পেটে বেয়া পাইছে। ইমান দিনে তেওঁলোকেই অঞ্চলটোৰ পথ-নিৰ্দেশক জ্ঞানী পুৰুষ আছিল। এতিয়া তেওঁলোক পোকে ধৰা মেমেৰা পৰা বৰবেঙেনা। অৱশ্যে কুলপতি দত্তই 'মংগলজ্যোতি'ক এই সন্ধিক্ষণত সহায় কৰিব লাগিছিল। তেওঁ আচলতে এই বেচৰকাৰী প্ৰতিষ্ঠানটোক সৰ্বতোপকাৰে সহায় কৰা উচিত আছিল। কাৰণ 'মংগলজ্যোতি'য়ে তেওঁৰ সমষ্টিত ভাল কাম কৰিছে। 'মংগলজ্যোতি'ক সহায় কৰা নাই কাৰণেই তেওঁ ভাল মানুহ নহয় বুলি 'মংগলজ্যোতি'ৰ প্ৰত্যেকজন কৰ্মীৰ ধাৰণা। কুলপতি দত্ত এদিনো 'মংগলজ্যোতি'ৰ হিজলবাৰীৰ কাৰ্যালয়লৈ অহা নাই। আলোকৰঞ্জন মহন্তয়ো তেওঁক লগ ধৰাটো আৱশ্যকীয় বুলি ভবা নাই। এবাৰ এখন সভালৈ তেওঁক মাতিছিল। তেওঁ আনকি উপস্থিত থাকিব নোৱাৰিম বুলি খবৰ এটাও নিদিলে।

আলোকৰঞ্জন মহন্তই সুনামৰ কাৰণে কাম কৰা নাই, পৰোপকাৰক ধৰ্ম বুলি ভাবিহে তেওঁ এজন জনাজাত বুৰ'ক্ৰেট আছিল যদিও ৰাইজৰ কামত নিজক সঁপি দিছে। এনে স্পষ্ট আদৰ্শ থকা মানুহে কাৰোলৈকে ভয় নকৰে। ৰাজনীতি কৰা মানুহবোৰৰহে আদৰ্শ থৰক-বৰক। যিফালে সোঁত বলে সেইফালেই তেওঁলোক উটি যায়। সেইবাবেই গোপনে উগ্ৰবাদীৰ লগত হাত মিলোৱা ৰাজনীতিকো নথকা নহয়।

সাতে-সোতৰে আলোকৰঞ্জন মহন্তই তথ্য আৰু যুক্তিৰ জৰিয়তে অভিযোগবোৰ এটা শ্ৰেণী লোকৰ ষড়যন্ত্ৰহে বুলি সদৰী কৰিবলৈ এখন সভা আহ্বান কৰিলে। কিন্তু তাত আশা কৰা মতে মানুহ নহ'ল। যিকেইজন গোট খালে, তেওঁলোকেও উত্তেজিত হৈ ক'লে যে উগ্ৰবাদীক এসেকা দিবলৈ যাওঁতে হিতে বিপৰীত হ'ল। গতিকে চাউনীটো উঠাই দিব লাগে।

পিছদিনা হিজলবাৰীত বিক্ষোভকাৰীৰ এটা সমদল উলিওৱা হ'ল। ইয়াৰ নেতৃত্ব ল'লে বিধায়ক কুলপতি দত্ত, গাঁও পঞ্চায়তৰ সভাপতি ৰতিকান্ত ভূঞা আৰু ঠিকাদাৰ মোহন হাটীমতাই। সমদলটোৰ কাম্মুলিজানত থকা বি ডি অ' (খণ্ড উন্নয়ন বিষয়া)ৰ অফিচত সেনাৰ বিৰুদ্ধে স্মাৰক-পত্ৰ দিয়াৰ কথা।

এইবোৰ দেখি হিজলবাৰীত কেনে ৰাজনীতি চলিছে আলোকৰঞ্জন মহন্তই বুজি

পালে। অৱশ্যে তেওঁ আহ্বান কৰা সভাখনতকৈ শোভাযাত্ৰাটোত মানুহ কম আছিল। তেওঁ বিভ্ৰান্ত।

অনুসন্ধান চলাই তেওঁ আচৰিত হ'ল। কিছুসংখ্যক সেনাৰ হয়তো পশুশক্তি নথকা নহয়, তাৰে কেইটামান হয়তো দুষ্ট, কিন্তু ভালেসংখ্যক সেনা আচলতে কৰ্তব্যনিষ্ঠ। দেশৰ জনসমষ্টিও তেনেকুৱা। সমাজৰ অৱক্ষয়ৰ চিন সকলো ক্ষেত্ৰতে পৰিলক্ষিত হ'বই। সেইবুলি সেনা আৰু চি আৰ পিয়ে ৰাইজক অসহনীয় উৎপীড়ন কৰা নাই আৰু জীয়ৰী-বোৱাৰী পৰা ঘৰৰ ওলাব নোৱাৰা অৱস্থা হোৱা নাই। প্ৰকৃততে নাৰীৰ শ্লীলতা হানি এবাৰহে হৈছিল। পুতেকক বিচাৰি নাপাই সেনাই কোনো বুঢ়া বাপেকক বুট জোতাৰে গচকা নাছিল। কিন্তু শ্লীলতা হানিৰ ঘটনা পাঁচটা হৈছিল। আন্ধাৰৰ আঁৰ লৈ মোহন হাটীমতাৰ মানুহে সেনাৰ নামত গাভৰুক বলাৎকাৰ কৰিছিল। অৱশ্যে এটা কথা সঁচা ঃ ভোগবৰীৰ দুফালে টুপ থকা আহল-বহল ঘৰটো ঢাপত থকা ভোটএৰা আৰু স'ৰাগছে বাহিৰৰ পৰা নেদেখা কৰি ৰাখে। তালৈকে সঘনে উগ্ৰবাদী আহি আছিল আৰু মাজে মাজে ৰাতিও আছিল বুলি গম পাই সেনা আৰু চি আৰ পিয়ে মানুহঘৰৰ ওপৰত বৰ অত্যাচাৰ চলাইছিল আৰু দুদিন পৰিয়ালৰ মানুহক বাজত থিয় কৰাই থৈ মজিয়াখন খান্দিছিল— উগ্ৰবাদীয়ে ৰখা ধনৰ সন্ধানত।

যেয়ে নহওক, সমদলকাৰীৰ শোভাযাত্ৰাত ইয়াকে লৈ যথেষ্ট চিএৰ-বাখৰ হৈছিল। স্মাৰক-পত্ৰত তাতকৈ বেছি কথা লিখা আছিল।

সমস্যাটো যদি সমাধান হৈ যায় অৰ্থাৎ সেনা আৰু চি আৰ পি যদি গুচি যায়গৈ তেতিয়া অঞ্চলটোলৈ পুৰণি সমস্যাটো ঘূৰি আহিব পাৰে অৰ্থাৎ আকৌ অঞ্চলটো অধিক উগ্ৰবাদীৰ আশ্ৰয়স্থল হ'ব পাৰে। আলোকৰঞ্জন মহন্তৰ মতে সেনা আৰু চি আৰ পিৰ কাৰ্য নিয়ন্ত্ৰণ কৰাটোহে সমস্যাটোৰ পৰা মুক্ত হোৱাৰ একমাত্ৰ পথ। কিন্তু সিহঁতৰ প্ৰতি সম্প্ৰতি এনে ঘৃণাৰ পৰিৱেশ এটা সৃষ্টি কৰা হৈছে যে সিহঁতক নিয়ন্ত্ৰণ কৰাৰ কথা কোনেও ভবা নাই। গতিকে আলোকৰঞ্জনে নিজক বচাবলৈ এটা কৌশল ৰচনা কৰিবলগীয়া হৈছে। সেনা আৰু চি আৰ পিৰ চাউনি উঠাই দিয়া-নিদিয়াৰ দাবীৰ বিষয়ে আলোচনা কৰিবলৈ তেওঁ এখন সভা আহ্বান কৰিলে। তেওঁৰ কৌশলটো কামত আহিল। সভাত যথেষ্ট মানুহ গোট খালে।

— ৰাইজ, আপোনালোকে নিশ্চয় জানে যে তেওঁলোক ইয়াতে থকাৰ কাৰণে অঞ্চলটোৰ উন্নতি কৰাত আমি পদে পদে বাধা পাইছিলোঁ। এইবাৰ যে বানপানীয়ে মানুহক আগৰ দৰে জীয়াতু ভোগাব নোৱাৰিলে, জাৰকালিৰ খেতি কৰি যে ৰাইজ লাভবান হ'ল আৰু আমিও যে ভালকৈ কাম কৰাৰ সুযোগ পালোঁ তাৰ মূলতে হ'ল তেওঁলোকৰ কিছুমান ইয়াৰ পৰা গুচি যাবলৈ বাধ্য হোৱাটো। তথাপি আমি দাবী জনাম, ইয়াৰ পৰা সেনা আৰু চি আৰ পি যাওকগৈ। এওঁলোক ইয়াত থকাটোও আমাৰ

বাবে অপযশৰ কথাহে। কিন্তু আমি প্ৰতিজ্ঞা কৰা উচিত— তেওঁলোকক, উগ্ৰবাদী ল'ৰাবোৰক, আসৈ নিদিববৈলে। আপোনালোক একমতনে?

আলোকৰঞ্জনৰ এই প্ৰশ্নৰ উত্তৰ পোৱা হ'ল ৰাইজৰ হাত চাপৰিৰ জৰিয়তে।

তেওঁ কৈ গ'ল— এটা কথা মন কৰিছেনে, ৰাইজ? যি ঠাইত যোগাযোগৰ ব্যৱস্থা ভাল, অৰ্থাৎ যি ঠাইত ৰাস্তা-ঘাট ভাল হোৱাৰ ফলত তালৈ অহা-যোৱা কৰাৰ বেছ সুবিধা হৈছে সেই ঠাইত 'ল'ৰাহঁতে' খোপনি পিটিব পৰা নাই। গতিকে আমাৰ এই অঞ্চলটোত ভাল যোগাযোগৰ ব্যৱস্থা হ'ব লাগে। তাৰ বাবে ৰাইজে বাৰু দাবী উত্থাপন কৰিবনে?

আকৌ ৰাইজে হাত চাপৰিৰে সমৰ্থন জনোৱা কাৰণে উৎসাহিত হৈ আলোকৰঞ্জন মহন্তই শেষত ক'লে— দাবীটো আমি প্ৰস্তাৱ আকাৰে লিখি থৈছোঁ। তাকে এতিয়া পঢ়ি শুনাবলৈ শ্ৰীমান বিজন ভঁৰালীক অনুৰোধ জনালোঁ।

বিজন ভৰালীয়ে পঢ়ি গ'ল— ৰাষ্ট্ৰীয় ঘাইপথৰ পৰা হিজলবাৰীলৈ এটা আহল-বহল পকী ৰাস্তা নিৰ্মাণ কৰিবলৈ আৰু গাঁওসমূহ সংলগ্ন কৰা সৰু শোচনীয় ৰাস্তাসমূহ ওখ আৰু বহল কৰিবলৈ আজিৰ সভাই চৰকাৰক টানি অনুৰোধ জনায়।

আলোকৰঞ্জনে ক'লে— ৰাইজে হাত চাপৰি দিলেই আমি প্ৰস্তাৱটো গৃহীত হৈছে বুলি ধৰি ল'ব পাৰোঁ।

পুনৰ সকলোৰে হাত চাপৰি। আলোকৰঞ্জন মহন্তই ক'লে— আমাৰ মূল প্ৰস্তাৱটোলৈ এতিয়াহে আহিছোঁ। প্ৰস্তাৱটো ময়ে লিখিছোঁ। এতিয়া সভাপতিৰ অনুমতিক্ৰমে পঢ়ি দিছোঁ— সেনা আৰু চি আৰ পিৰ উপস্থিতি তেওঁলোকৰ কিছুমান দুষ্কাৰ্যৰ বাবে হিজলবাৰী অঞ্চলৰ ৰাইজৰ কাৰণে অপ্ৰয়োজনীয় আৰু অগ্ৰহণীয় হৈ পৰিছে। সেইবাবে এই অঞ্চলত থকা সেনা-চি আৰ পি চাউনীটো অনতিবিলম্বে উঠাই নিবৰ বাবে মহামান্য চৰকাৰৰ ওচৰত আজিৰ সভাই দাবী জনায়।

লগে লগে হৰ্ষধ্বনি আৰু হাত চাপৰি।

হিজলবাৰীৰ বয়োজ্যেষ্ঠ ব্যক্তি গজেন ফুকনে সভাপতিৰ মন্তব্যত ক'লে— ইতিমধ্যে সভাৰ কাম প্ৰায় শেষ হৈছে। এতিয়া সভাপতিৰ একেষাৰ। পোনতে ক'ব খোজোঁ, আটাইকেইটা প্ৰস্তাৱ যদি চৰকাৰে মানি লয়, তেন্তে ইয়াতকৈ সুখৰ কথা আৰু একো হ'ব নোৱাৰে। আচলতে উন্নতিৰ লগত যাতায়াতৰ সুব্যৱস্থাৰ এটা ডাঙৰ সম্পৰ্ক আছে। আমাতকৈ বেছি উন্নতি কৰা ঠাইবোৰেই ইয়াৰ প্ৰমাণ। পাঞ্জাবত আমাৰ ইয়াৰ উগ্ৰবাদীতকৈ সাংঘাতিক উগ্ৰবাদী আছিল। আনকি উৰাজাহাজত বন্দুক টোৱাই যাত্ৰীক উৰাজাহাজৰ ভিতৰত বন্দী কৰি ৰাখিব পৰা পাঞ্জাবী উগ্ৰবাদীও আছিল। কিন্তু তেওঁলোক তিষ্ঠি থাকিব নোৱাৰিলে, তেওঁলোকৰ দম বন্ধ হ'ল, তৰ্ধনি বাজ হ'ল। পাঞ্জাবত এতিয়া শান্তি। ইয়াৰ কাৰণ দুটা ঃ পুলিচ-মিলিটেৰী ঘূৰিবলৈ সকলো ঠাইতে ভাল ভাল ৰাস্তা

আছে আৰু তাত আমাৰ ইয়াৰ দৰে পাহাৰ আৰু ডাঠ হাবি নাই। গতিকে আমি আশা কৰিছোঁ, 'মংগলজ্যোতি'ৰ সহায়ত আমি ইয়াত ভাল ৰাস্তা-ঘাট পাম। তেতিয়া অকল উগ্ৰপন্থীৰেই অসুবিধা নহ'ব, চৰকাৰী বিষয়াবোৰেও ইয়াত ঘোচ খাব নোৱাৰিব, আঁচনিৰ পইচা জেপত ভৰাব নোৱাৰিব। মই ভবোঁ, 'মংগলজ্যোতি'ৰ বৰমূৰীয়া মাননীয় আলোকৰঞ্জন মহন্তই ৰাজধানীলৈ গৈ ভালকৈ ক'লেগৈ ইয়াৰ পৰা সেনা-চিপাহীৰ চাউনিটো উঠি যাব।

এষাৰ কথা শেষত কৈ থওঁ ঃ অলপতে 'মংগলজ্যোতি' আৰু মহন্তদেৱৰ বদনাম ওলাইছিল। কাৰ হীন বুদ্ধিৰ ফলত এই বদনাম ওলাইছিল, এতিয়া ৰাইজে নিশ্চয় বুজি পাইছে। আজিৰ এই সভালৈ ইয়াৰ মুখিয়াল মানুহকেইজনমান কিয় অহা নাই, কথাটো ৰাইজে ভাবি চাইছেনে? যদি 'মংগলজ্যোতি'ৰ মানুহ আন দেশৰ চোৰাংচোৱা হয়, তেন্তে তেওঁলোকে আমাৰ হৈ কাম কৰিব কিয়? ধন খৰচ কৰিব কিয়? চৰকাৰে তেওঁলোকৰ কামবোৰ পচন কৰিব কিয়? গুৱাহাটীৰ পৰা কিছুমান মহিলা আহিলত আমাৰ কি হানি হ'ল? মাইকী মানুহ এটা সুকীয়া জাত নেকি? গতিকে ৰাইজ, কথাবোৰ ভাবি চাওক। চুকতে থাকি বুকুত কামোৰ মৰাবোৰক বিশ্বাস নকৰিব।...

এতিয়া সোঁত বলিল আলোকৰঞ্জন মহন্তৰ ফালে।

তেওঁ গুৱাহাটীত মুখ্যমন্ত্ৰীক লগ ধৰি সেনা আৰু চি আৰ পিক হিজলবাৰীৰ পৰা অপসাৰণ কৰিব লাগিব বুলি কোৱাত মুখ্যমন্ত্ৰীয়ে ক'লে, 'আপুনি কৈছে আৰু ৰাইজেও দাবী উত্থাপন কৰিছে যেতিয়া কথাটো মই ইউনিফাইড্ কমাণ্ডত উল্লেখ কৰিম। সহজ কথা। কিন্তু ভাবি চাওক, মহন্ত চাহাব, আপোনালোক বিপদত যাতে নপৰে।'

মহন্তৰ এতিয়া বৰ খোচনাম। হিজলবাৰীৰ পৰা সেনা আৰু চি আৰ পি গুচি আহিল। তাৰ সলনি অঞ্চলটোৰ দুটা পুলিচ থানা হ'ল।

# ন

আলোকৰঞ্জন মহন্তৰ ডায়েৰীৰ পৰা—

সোঁত সলনি হৈছে। সিহঁতে এসেকা পালে। মিছা কথাৰে ৰাইজক উচটোৱা সহজ কথা নহয়। টেঙা আম দুবাৰ বেচিব নোৱাৰি। কিন্তু টেঙা আম বিচৰা মানুহো নথকা নহয়। তেন্তে টেঙা আম এবাৰহে বেচিব পাৰি বুলি সকৰে পৰা শুনি থকা কথাষাৰ ঠিক নহয়। এইখিনিতেই লেঠা। কিছুমান মানুহ আছে যি সকলোতে বেয়াটোহে দেখে। আৰু এটা কথা। ৰাজনীতি কৰা মানুহবোৰে বাৰে বাৰে মিঠা আম বুলি টেঙা আমকে বেচি আছে। ৰাইজেহে তত্ ধৰিব পৰা নাই। কিন্তু এটা কথা ঠিক যে সজ কামে ফল দিবই। হিজলবাৰীত আমাৰ কাৰ্যৰ সাফল্য দেখি যদি আন ঠাইৰ গাঁৱলীয়া মানুহ সজাগ হয় তেন্তে গ্ৰামোন্নয়নৰ বাবে কেন্দ্ৰীয় চৰকাৰ আৰু বিশ্ববেংকে দিয়া কোটি কোটি টকা ভালকৈ খৰচ হ'ব, মন্ত্ৰী-বিধায়ক-বিষয়া-পঞ্চায়তৰ প্ৰতিনিধিৰ দুষ্ট চক্ৰটোৱে ভুৱা বিলৰ যোগেদি লক্ষ লক্ষ টকা আত্মসাৎ কৰিব নোৱাৰিব আৰু অসমৰ গাঁওবোৰৰ দ্ৰুত ৰূপান্তৰ ঘটিব। মোৰ এই সপোন মোৰ দিনতে বাস্তৱত ৰূপান্তৰিত হ'লে মই সুখেৰে মৰিব পাৰিম। আনে আমাৰ কথা গম পাওক। এয়া আত্ম-প্ৰচাৰ আৰু অহং-ভাব তুষ্ট কৰাৰ কাৰণে নহয়, আনে আচলতে গম পালে কামত আহিব কাৰণেহে। এনে প্ৰচাৰে হতাশ হৈ থকা সৎ ব্যক্তিকো ৰাইজৰ কাম কৰিবলৈ অনুপ্ৰাণিত কৰিব পাৰে। এতিয়া 'মংগলজ্যোতি'ৰ প্ৰচাৰৰ কামৰ দায়িত্ব দিছোঁ উৰ্মিক। তেওঁ ভাল কামেই কৰিছে। তেওঁ কাকতে-পত্ৰে প্ৰবন্ধ পাতি লিখি থাকে। গতিকে বাতৰি কাকতৰ মানুহৰ লগত তেওঁৰ ভাল চা-চিনাকি আছে। তেওঁ সপ্তাহটোত এদিন আমাৰ গুৱাহাটীৰ অফিচলৈ আহি 'মংগলজ্যোতি'ৰ কাম-কাজৰ খবৰখিনি লৈ যায়হি। মই গুৱাহাটীত থকা দিনকেইটা সেই দিনটোলৈ আশাৰে বাট চাই থাকোঁ।

তেওঁ আহি মাত-বোল নকৰাকৈ চাকীখনত বহে। আমি দুয়ো কিছু সময় নিমাত। গতানুগতিক সংলাপেও তেতিয়া একে বৈশিষ্ট্য লাভ কৰে।

*　　　*　　　*

তেওঁ আহি সুধিলেহি, 'এইযোৰ সাজেৰে বাৰু কেনে দেখি?' মই ক'লোঁ,

'ফেন্টাষ্টিক্, বয়স কমি যোৱা যেন লাগে।' কেইবছৰ কম দেখি বুলি সোধাত মই বিমোৰত পৰি গ'লোঁ। তাকে চিন্তা কৰি থকা যেন দেখুৱালোঁ।

হিজলবাৰীৰ পৰা খবৰ আহিছে। তাত ভাল কাম হৈছে। এজন মন্ত্ৰী বিধৱা মানুহক টকা আৰু কাপোৰ বিলাবলৈ তালৈ আহিছিল। পিছে সভাত বেছি মানুহ গোট খোৱা নাছিল। তাৰ মানুহে চৰকাৰৰ ওপৰত নিৰ্ভৰশীল হ'বলৈ নিবিচাৰে। মন্ত্ৰী-চন্ত্ৰীক ভাল মানুহ বুলিও নাভাবে।

* * *

ভাৰতীয় চিকিৎসক আৰু মহেশ যোগীৰ শিষ্য দীপক চোপ্ৰা উত্তৰ আমেৰিকা (অসামৰিক আৰু কানাডা)ত আধ্যাত্মিক গুৰু হৈ পৰিছে। তেওঁৰ প্ৰতিখন গ্ৰন্থ যথেষ্ট বিক্ৰী হয়। তেওঁ এঠাইত প্ৰেম সম্পৰ্কে দিয়া মন্তব্যসমূহ পঢ়ি মোৰ আচৰিত লাগিছে। প্ৰেমে হেনো গতানুগতিক পাৰ্থিৱ সমস্যাৰ পৰা মানুহক দূৰৈত ৰাখে আৰু জীৱনৰ ৰহস্যৰ প্ৰতি অধিক সচেতন কৰি তোলে। প্ৰেমে সোঁৱৰাই দিয়ে যে সেই প্ৰেমত বান্ধ খোৱা মানুহজন ভালকৈ জীয়াই আছে। কাৰণ প্ৰেম হ'ল জীৱনৰ নিৰ্যাস। ই কেৱল মনস্তাত্ত্বিক অভিজ্ঞতাই নহয়, ই জৈৱ ৰূপান্তৰো অণুঘটক বুলি চোপ্ৰাই কৈছে।

এই কথাখিনি থকা প্ৰায় তিনিশ পৃষ্ঠাৰ কিতাপখন এদিনতে পঢ়ি পেলালোঁ। দীপক চোপ্ৰাৰ লিখনি বৰ সাৱলীল, সহজবোধ্য অথচ পাণ্ডিত্যপূৰ্ণ। পিছে ৰাজস্থানৰ মাণ্ডলিক সঞ্চালক নিৰঞ্জন জৈনৰ পৰা আজি চিঠিখন পাইহে বৰ মনোকষ্ট পালোঁ, মোৰ মনৰ পৰা প্ৰেমৰ মনোৰম আবেশ আঁতৰিল। নিৰঞ্জন জৈনে লিখিছে— ইমান কাম কৰা সত্ত্বেও দেখিছোঁ যে ইয়াত দৰিদ্ৰতা বাঢ়িছে, অত্যাৱশ্যকীয় সামগ্ৰীৰ দামো দিনে দিনে বাঢ়ি আছে। চৰকাৰ ৰাইজৰ নিম্নতম প্ৰয়োজনীয়খিনিৰ প্ৰতিও উদাসীন। আমি কাম কৰা মহকুমাটোত চৰকাৰে চকুকে নিদিয়ে। বেমাৰ হ'লে দাতব্য চিকিৎসালয় এখন পাবলৈ ৰোগী চাৰি-পাঁচ ঘণ্টা খোজ কাঢ়ি বা গৰুগাড়ীত যাব লাগে। আনহাতেদি নগৰসমূহত সকলো সুবিধা আছে। তেন্তে আমাৰ ৰাষ্ট্ৰনীতি আচলতে কি তাকে ভাবি মই অন্ত পোৱা নাই।

আপোনালোকৰ অসমৰ অৱস্থা চাগৈ বেছি শোচনীয়। তাত বানপানী আছে, উগ্ৰবাদী আছে, বাংলাদেশীয়ে দেশৰ মাটি বেদখল কৰিছে, অবৈধ বিদেশীক তোষণ কৰা নেতাৰ তাত অভাৱ নাই আৰু সীমান্তইদি অহৰহ বাংলাদেশী আহিয়েই আছে। এখন ৰাষ্ট্ৰক জানো সীমা কটকটীয়া কৰিবলৈ ইমানবোৰ বছৰ লাগে?

এৰা, দেশখন দেশ-প্ৰেমিকে শাসন কৰা নাই, কৰিছে দালাল আৰু মাফিয়াই। নহ'লেনো এমুঠিমান উগ্ৰবাদী ল'ৰাক দমন কৰিবলৈ নাইবা সৎ পথলৈ আনিবলৈ

বিশাল ৰাষ্ট্ৰখনে ইমান বছৰে হাৰ মানি আহিছেনে? ক'ৰবাত নিশ্চয় এটা দাৰুণ কেৰোণ আছে।...

*　　　*　　　*

পাউল' কোয়েলহো ব্ৰাজিলৰ মানুহ। তেওঁ পৰ্তুগীজ ভাষাত উপন্যাস লিখে। কিন্তু তেওঁৰ লিখনি পৃথিৱীৰ বহু ভাষাত পঢ়া পঢ়ুৱৈ আছে। তেওঁৰ The Alchemist নামৰ উপন্যাসখন পৃথিৱীৰ ৪২টা ভাষালৈ অনূদিত হৈছে আৰু এতিয়ালৈকে ২ কোটি কপি বিক্ৰী হৈছে। এই উপন্যাসখনত থকা প্ৰেম সম্পৰ্কে কেইটামান ধাৰণাই কিজানি যিকোনো হৃদয়ৱান ব্যক্তিক ৰোমাঞ্চিত নকৰাকৈ নাথাকিব। তেওঁৰ মতে 'প্ৰেম মানৱতাতকৈ পুৰণি, মৰুভূমিতকৈ প্ৰাচীন।' ই হেনো এনে এটা বস্তু যে যেতিয়া দুযুৰি চকুৰ মিলন হয়, তেতিয়া দুয়ো সমানে অভিভূত হয়। দুযুৰি চকুৰ মিলন ঘটিলে হেনো অতীত আৰু ভৱিষ্যৎ অলাগতিয়াল হৈ পৰে।

আন এটা উক্তি প্ৰণিধানযোগ্য ঃ সেই কাৰণেই এই জনজাতীয় মানুহবোৰ (মৰুভূমিৰ দেশৰ) বৰ্তমানৰ কাৰণেহে জীয়াই থাকে, কাৰণ বৰ্তমানটোহে বিস্ময়পূৰ্ণ।

গতিকে 'ভৱিষ্যতৰ বিষয়ে তুমি পাহৰি যোৱা, আৰু প্ৰত্যেকটো দিন শাস্ত্ৰৰ নিৰ্দেশ অনুসৰি পাৰ কৰা— ঈশ্বৰে আপোন সন্তানক ভাল পায় বুলি গভীৰ আস্থা ৰাখি।'

মৰুপ্ৰান্তৰৰ এজন অচিনাকি মানুহে উপন্যাসখনৰ সত্যানুসন্ধানী নায়ক ছেণ্টিয়াগোক এনেকৈ কৈছে, 'মই তোমাৰ সাহস কিমান পৰীক্ষা কৰি চাব লাগিব। বিশ্বৰ ভাষা বুজিবলৈ সাহসেই হ'ল আটাইকৈ প্ৰয়োজনীয় গুণ।'

ধন্য সত্যান্বেষী ঔপন্যাসিক পাউল' কোয়েলহো! সকলো সত্যৰে নিজস্ব সৌন্দৰ্য আছে। সেই কাৰণেই বিজ্ঞান-শিক্ষাৰ প্ৰাণালীবদ্ধ সুন্দৰ পদ্ধতি আৰু বিজ্ঞানে উন্মোচন কৰা চমকপ্ৰদ সত্যক মই ইমান ভাল পাওঁ। সেয়েহে মই ভাবোঁ, আমাৰ ধৰ্মগুৰুসকলে বিজ্ঞানৰ বতৰাসমূহ জানি থ'ব লাগে আৰু তাৰ ভিত্তিত জগতৰ কাৰ্যকাৰণৰ চিন্তা কৰিব লাগে। তেনে কৰিলে পৃথিৱীৰ পৰা ধৰ্মবিৰোধ লোপ পাব। সেই কাৰণে সৰ্বকালৰ শ্ৰেষ্ঠ বিজ্ঞানী এলবাৰ্ট আইনষ্টাইনে কৈছিল— Science without religion is lame, but religion without science is blind.

*　　　*　　　*

মই দিল্লীত থকাকেইদিন 'ঘৰজেউতি সংঘ'ৰ কেইগৰাকীমান সদস্যা হিজলবাৰীত আছিল। তাত আমাৰ কাম-কাজ দেখি তেওঁলোক সন্তুষ্ট হৈছিল। তাত এতিয়া উগ্ৰবাদী

নাই, দাম্ভিক চৰকাৰী বিষয়া আৰু ঠিকাদাৰ নাই, পঞ্চায়তৰ ৰাজনীতি কৰা মানুহবোৰ নিমাওমাও হৈ আছে অৰ্থাৎ সিহঁতে ল' প্ৰফাইল্ মেণ্টেইন কৰিছে। তথাপি হেনো মানুহৰ মুখত হাঁহি নাই, কাম-কাজত উৎসাহ নাই। তাকে 'ঘৰজেউতি'ৰ অধ্যক্ষা সুৱৰ্ণ বৰকাকতীয়ে মোক কওঁতে ওচৰতে উৰ্মিও আছিল। উৰ্মিয়ে এনেকৈ কৈছিল, 'কথাটোত আপোনালোকে যথেষ্ট গুৰুত্ব দিব লাগিব। বিষদাঁত ভগাৰ পিছতো কিছুমান সাপৰ নেগুৰত বিষ থাকি যায়। মোৰ এনে এটা ভাব হ'ল— তাত গৈ ধুমুহাৰ আগৰ শান্ত অৱস্থা যেনহে লাগিল, ডল্ড্ৰাম বিফৰ এ টেম্পেষ্ট...।'

# দহ

দুখন চুবুৰীয়া ৰাষ্ট্ৰৰ পৰা ভাগি আহিবলগীয়া হোৱাত দুমাহমান উগ্ৰবাদীবোৰ ছেদেলি-ভেদেলি হৈ আছিল। বহুতে ভাবি আছে যে সিহঁতৰ কঁকাল ভাগিল। এনেকৈ পোৱাৰ কাৰণে সিহঁতৰ বহুতেই আত্মসমৰ্পণ কৰি ৰাজ্যখনত আন এটা সমস্যাৰহে সৃষ্টি কৰিব। কিন্তু চোৰাংচোৱা সংস্থাকেইটাই এনে অভিমত ব্যক্ত কৰা নাই। এই সংস্থাসমূহৰ মতে বাংলাদেশ যেতিয়ালৈকে ভাৰতবিৰোধী হৈ থাকিব, তেতিয়ালৈকে উত্তৰ-পূব ভাৰতত উগ্ৰবাদীৰ সমস্যাৰ সমাধান নহয়।

সিহঁতে ভাবুকি দি ব্যৱসায়ী আৰু ধনী বিষয়াৰ পৰা সম্প্ৰতি ধন তুলি আছে। ধন দিব নোখোজাজনক নিৰ্মমভাৱে হত্যা কৰা হৈছে নাইবা অপহৰণ কৰি পণবন্দী কৰা হৈছে। ঘৰৰ পৰা ধন নোপোৱাৰ বাবে কোনোবা পণবন্দীয়ে প্ৰাণ হেৰুৱাইছে। ৰাজ্যখনত ঠায়ে ঠায়ে গ্ৰেণেড ফুটিছে, নিৰ্দোষী লোক মৰিছে আৰু আহত হৈছে। তথাপি ৰাজ্যিক চৰকাৰে শান্তি-শৃংখলা অটুট আছে বুলি কৈছে। তাকে শুনি সন্ত্ৰাসত অতিষ্ঠ হৈয়ো ৰাইজে হাঁহিছে। উগ্ৰবাদীৰ বিৰুদ্ধে সকলো ব্যৱস্থা কট্‌কটীয়া কৰা হৈছে বুলি শাসন-প্ৰশাসনৰ শীৰ্ষ মহলাই প্ৰচাৰ মাধ্যমৰ ঢোলবোৰ কোবাই থকা সত্ত্বেও ৰাজ্যত নিৰাপত্তাহীন অৱস্থাৰ উন্নতি হোৱা নাই।

তেনেহ'লে চৰকাৰে উগ্ৰবাদীৰ সমস্যাটো জীয়াই ৰাখিব খোজে নেকি? আলোকৰঞ্জন মহন্তই দুখমনেৰে ভাবে। মানুহ ভীতিগ্ৰস্থ হৈ থাকিলে শাসকসকলৰ লাভ হয় কিজানি। কৌটিল্যই হেনো কৈছিল— ৰাজ্য শাসন কৰিবলৈ হ'লে প্ৰজাক অবিৰতভাৱে ভীতিগ্ৰস্ত কৰি ৰাখিব লাগে। গতিকে উগ্ৰবাদীৰ কাৰ্যৰো তেনেহ'লে ৰাজনীতি কৰি ক্ষমতা পোৱা মানুহবোৰৰ কাৰণে কিছু মূল্য আছে।

ইয়াকে ভাবি আলোকৰঞ্জন মহন্ত বিষণ্ণ হৈ পৰিছে।

আলোকৰঞ্জন মহন্তক দিল্লীত 'মংগলজ্যোতি'ৰ অধ্যক্ষ বিমলচাঁদ দেশাইদেৱে কোৱা কথাকেইটা এতিয়া তেওঁৰ মনত পৰিছে। দেশাইদেৱে কৈছিল— Statesman আৰু Politician এই শব্দ দুটাৰ সুকীয়া অৰ্থ আছে। যিজন দেশপ্ৰেমিকে ভৱিষ্যৎ-দ্ৰষ্টা হৈ দেশৰ হকে কাম কৰে তেওঁ Statesman,যি তৎকালীন লাভৰ বাবে কাম কৰে তেওঁ Politician, গতিকে মহাত্মাগান্ধী Statesman, কিন্তু জিন্না Politician; আপোনালোকৰ গোপীনাথ বৰদলৈ Statesman, কিন্তু হিতেশ্বৰ শইকীয়া

Politician; ইয়াতেই দেখিছোঁ নহয়, Politician-এ সমস্যাৰহে সৃষ্টি কৰে আৰু সমস্যা বঢ়ায়হে; সমস্যাৰ সমাধানহে নকৰে। আপোনালোকৰ অসমত অত দিনে কোনটো সমস্যাৰ সমাধান হ'ল? নিবনুৱাৰ সমস্যানে, বানপানীৰ সমস্যানে, উগ্ৰবাদীৰ সমস্যানে, অবৈধ বিদেশী সমস্যা?...

কিন্তু ৰাইজ বাজি উঠিলে সমস্যাৰ সমাধান নোহোৱাকৈ নাথাকে। আচলতে মানৱ সম্পদহে সামাজিক ৰূপান্তৰৰ আচল হাথিয়াৰ। ইয়াৰ প্ৰমাণ দিছে জাপান আৰু দক্ষিণ কোৰিয়াই। ভাৰতত গুজৰাট, পাঞ্জাব আৰু হাৰিয়ানাই।— তাকে ভাবি আলোকৰঞ্জন মহন্ত আশ্বস্ত হয়।

ঊৰ্মি নিৰ্দিষ্ট দিনটোত কাৰ্যালয়লৈ আহি আছে। কৈছে— সিহঁত আকৌ সক্ৰিয়। এইখন দেশৰ বাৰু কেনেকৈ উন্নতি হ'ব? কোন কাৰ শত্ৰু, কোন কাৰ মিত্ৰ আজিকালি বুজিবই নোৱাৰা হৈছে।

আলোকৰঞ্জনে সুধিছে— তেন্তে আমি কি কৰিব লাগে?

ঊৰ্মিয়ে কৈছে— তুমিহে আমাতকৈ বেছি বুজি পোৱা। মোৰ মনে কৈছে— আমি কোনোৱেই বিপদমুক্ত নহয়। আমি সকলোৱেই য'তে ত'তে মৰিব পৰোঁ— ৰে'লত, বাছত, বজাৰত, আনকি নিজৰ ঘৰতো। দেখিছাই নহয় কাণ্ড-কাৰখানাবোৰ!

আলোকৰঞ্জন মহন্তৰ ব্যক্তিগত দেহৰক্ষীকেইটাই হিজলবাৰী এৰিলে। বিজন ভঁৰালী ডাঙৰ প্ৰতিষ্ঠান এটাত চাহ বাগিচা এখনৰ নিৰাপত্তাৰক্ষী হ'লগৈ। চাহ বাগিচাৰ কাৰ্যবাহী বিষয়াসকলো প্ৰায়ে উগ্ৰবাদীৰ লক্ষ্য হৈ পৰিছে। কেইবাখনো চাহ বাগিচাৰ পাঞ্জাবী মালিক এজন দুমাদুমাৰ ফালৰ বাগিচা দুখনমান পৰিদৰ্শন কৰিবলৈ আহোঁতে উগ্ৰবাদীৰ গুলীত নিহত হৈছিল। আলোকৰঞ্জন মহন্তৰ আন এজন ব্যক্তিগত নিৰাপত্তাৰক্ষী শুভ দাস দুলীয়াজানলৈ গ'ল। তাত তেওঁ অইল ইণ্ডিয়াৰ ফায়াৰ ব্ৰিগেড বিভাগত কাম পালে। এতিয়া আছে কেৱল হেমাংগ শইকীয়া। তেওঁ হিজলবাৰীত আলোকৰঞ্জন মহন্তৰ লগে লগে থাকে। তেওঁ আৰ্মিৰ পৰা আগতীয়াকৈ অৱসৰ লোৱা ডেকা। নিজ গাঁও শহাচাপৰিত তেওঁ দোকান এখন দি আছে আৰু ওচৰতে তেওঁৰ হাঁহ-কুকুৰাৰ সৰু পাম এখনো আছে। তেওঁ এনেকৈ ডেকাসকলৰ আগত ভাল আদৰ্শ দেখুৱাইছে। কিন্তু আলোকৰঞ্জন মহন্ত হিজলবাৰীত থাকিলেহে তেওঁ সেইকেইদিন দেহৰক্ষী হয়।

ঊৰ্মিয়ে আলোকৰঞ্জনক কয়— তাত তোমাৰ দেহৰক্ষীৰ প্ৰয়োজন।

— কিয়?— আলোকৰ ব্যগ্ৰ প্ৰশ্ন।

— কাৰণ আজিকালি এই কামবোৰ কৰোৱা হয় ভেৰণীয়া হত্যাকাৰীৰ দ্বাৰা। আনকি ধৰা নপৰিবৰ বাবে সন্ত্ৰাসবাদীয়েও ভেৰণীয়া মানুহহে লগায়। পূৰা শীতল মস্তিষ্কৰ কাম।

— তুমি এইবোৰ কথা কেনেকৈ গম পালা?

— ক'ম জানো? মোৰ ঘৰুৱা কথা ওলাই পৰিব দেখোন। কিন্তু আমাৰ চৰ্ত মতে কোনেও কাৰো ঘৰুৱা জীৱনৰ কথা ক'ব নোৱাৰিব আৰু জানিবলৈ চেষ্টা কৰিব নালাগিব।

— আই এম ছ'ৰী, ঊৰ্মি। অৱশ্যে তুমি বাতৰি কাকতৰ মানুহৰ পৰাও এইবোৰ কথা জানিব পাৰা। তেওঁলোকে এনে বহুত কথাই জানে, যিবোৰ বিভিন্ন কাৰণত ছপা কৰিব নোৱাৰে।

— মুঠতে মই কোৱা কথাখিনিত তোমাৰ নিশ্চয় বিশ্বাস হৈছে। কিয় এনেকৈ ক'লোঁ— তুমি জানিছাই চাগে। তুমি দুই ঠাইতে, ইয়াতো আৰু হিজলবাৰীতো, নিৰাপত্তাৰ মাজত থকা যুগুত।

— মই? আচম্বিত প্ৰস্তাৱ।

— তুমি জনপ্ৰিয় মানুহ। এতিয়া অসমত তোমাৰ নাম বৈ-বৈ গৈছে। গতিকে তোমাৰ শত্ৰু নাই বুলি তোমাৰ ভাব হ'ব পাৰে। কিন্তু চোৱা আলোক, ভাল কাম কৰিলে শত্ৰু বাঢ়ে বুলি ইতিমধ্যে হিজলবাৰীত থাকি তুমি জানিলাই। ভাল কাম কৰাও আজিৰ গণতন্ত্ৰত বিপদৰ কাৰণ হ'ব পাৰে।

— একেবাৰে সৰুৰে পৰা শুনা সজ উপদেশৰ লগত নিমিলা কথা কৈছা দেখোন।

— বুইছা আলোক, আজিকালি স্কাউণ্ড্ৰেলৰহে মৰণ নাই। কাৰণ সিহঁতে তাল মিলাই চলিব পাৰে। All scoundrels are hypocrites at the same time. কিন্তু ভাল মানুহৰ বিপদ। ৰাজনীতি কৰা স্কাউণ্ড্ৰেলবোৰে ভাবে যে সমাজৰ ভাল কাম কৰিবলৈ আনৰ এক্তিয়াৰ নাই। সেয়েহে ভাল কাম কৰা চৰকাৰী বিষয়াবোৰক সঘনাই বদলি কৰা হয়। অসমত ভাল কাম কৰি নিহত হৈছে সাংবাদিক, সমাজসেৱক আৰু দেশপ্ৰেমিক ৰাজনীতিকো। অৱশ্যে এইবোৰ মানুহ পিছত শ্বহীদ হয়। এটা কথা জানানে? কোকাকোলা, পেপ্‌ছি আদি পানীয়ৰ অপকাৰী বুলি দিনৌ হাজাৰ হাজাৰ মানুহৰ আগত কোৱা স্বামী ৰামদেৱ কটকটীয়া নিৰাপত্তাৰ মাজত থাকে। এইজনেই ভাৰতত একমাত্ৰ ব্যক্তি যি ভাৰতীয় জ্ঞান-বিজ্ঞান আৰু পৰম্পৰাৰ জৰিয়তে বহুৰাষ্ট্ৰীয় বিয়াগোম উদ্যোগ-প্ৰতিষ্ঠানসমূহক প্ৰচণ্ড আঘাত হানিব পাৰিছে।

— তুমি দেখিছোঁ বহুত কথাই জানা। ধন্যবাদ ঊৰ্মি। আজি তোমাৰ পৰা ভালেমান কথা জানিলোঁ। তোমাৰ সুন্দৰ সচেতনতাই তোমাক এক মোহনীয় ব্যক্তিত্ব দিছে। যেয়ে হওক, এটা প্ৰশ্ন— মই তেন্তে কি কৰিব লাগে?

— এতিয়াও বুজি নাপালা?

— পাইছোঁ।

আলোকৰঞ্জনে ওঁঠত কিঞ্চিৎ মিচিকনি বিৰিঙাই ড্ৰয়াৰৰ পৰা পিষ্টল এটা আনি দেখুৱালে। সুধিলে, এয়ে হ'বনে?

ঊৰ্মিয়ে মুখ ওন্দোলালে। তেওঁ অসন্তুষ্ট। আলোকৰঞ্জনে ক'লে— অ', তেন্তে মই

ছিকিউৰিটী ল'বই লাগিব। মই বাৰু তোমাৰ এই আদেশ কিয় পালন নকৰিম?

তেওঁ নিৰাপত্তাৰক্ষী ল'ম বুলি কথা দিয়াত সন্তোষ প্ৰকাশ কৰি উৰ্মিয়ে ক'লে— আচলতে দেশৰ কাৰণে তুমি কিমান মূল্যবান তাকে আনেহে তোমাক সোঁৱৰাই দিব লাগে। অহং ভাবক জয় কৰিলেহে মানুহ এনে হ'ব পাৰে।

এই দিনটোত আলোকৰঞ্জন মহন্তই এগৰাকী নতুন উৰ্মিৰ পৰিচয় পালে।

ইতিমধ্যে দিল্লীৰ প্ৰধান কাৰ্যালয়ৰ পৰা আলোকৰঞ্জন মহন্তই নিৰাপত্তাৰক্ষী পাব লাগে বুলি অসম চৰকাৰলৈ অনুৰোধ কৰিছিল। চৰকাৰে তেওঁক কথাটো জনাইছিল। কিন্তু তেওঁ সন্মতি দিয়া নাছিল। কাৰণ তেওঁৰ বিশ্বাস, চৰকাৰী নিৰাপত্তাৰক্ষীয়ে বাধ্যত পৰিহে ডিউটী দিয়ে। আচল বিপদত সিহঁতৰ পৰা কামত নাহে।

পিছে এতিয়া তেওঁ 'মংগলজ্যোতি'ৰ খৰচতে গুৱাহাটীত এজন লোকক নিৰাপত্তাৰক্ষী হিচাপে ল'লে। নাম পুৰঞ্জয় ডেকা। তেওঁ এটা বেংকত নিৰাপত্তাৰক্ষী হিচাপে কাম কৰি আগতীয়াকৈ পেঞ্চন পোৱা লোক। কিন্তু তেওঁ শাৰীৰিকভাৱে বেছ সক্ষম। চাকৰি কৰা কালত তেওঁ হায়দৰাবাদত প্ৰশিক্ষণ লৈছিল। বয়স বাৱন্ন। তেওঁ বেংকত কাম কৰোঁতে নাহৰকটীয়াত এটা ডকাইতৰ দলক ছত্ৰভংগ দিয়াইছিল। উপযুক্ত বুলি বিবেচনা কৰি উৰ্মি ৰাজখোৱাই এই মানুহজনক আলোকৰঞ্জন মহন্তৰ ওচৰলৈ পঠিয়াইছিল। পুৰঞ্জয় ডেকা উৰ্মিৰ প্ৰতিবেশী।

# এঘাৰ

দিশপুৰৰ এড্‌মিনিষ্ট্ৰেটিভ ষ্টাফ কলেজত কেইটামান ক্লাছ ল'বলগীয়া হোৱাত আলোকৰঞ্জন মহন্তই বিশেষ কাম থকা সত্ত্বেও হিজলবাৰীলৈ যাব নোৱাৰিলে। তেওঁ খবৰ পালে যে হৰি কলিতা, মোহন হাটীমতা আৰু ৰতিকান্ত ভূঞা আদি লোক পুনৰ সক্ৰিয় হৈ পৰিছে। ইয়াৰ বাবে তেওঁ শংকিত হোৱা নাই। তেওঁলোকে গ্ৰামোন্নয়নৰ দুটা চৰকাৰী আঁচনিৰ কামত লাগিছে। নিশ্চয় এইবাৰ ভাল কামেই কৰিব। 'মংগলজ্যোতি'ৰ কাম দেখি তেওঁলোকে আগৰ দৰে ফাংফুং লগাব নোৱাৰিব। কাৰণ প্ৰশাসনৰ ওপৰমহলে খবৰ পাই যাব। তদুপৰি তাত এটা আচলতে ভাল কাম আৰম্ভ হৈছে। ৰাষ্ট্ৰীয় ঘাইপথৰ পৰা ম'হবন্ধা গাঁৱলৈকে (তাতে 'মংগলজ্যোতি' কাৰ্যালয়) এটা পকী ৰাস্তা নিৰ্মাণ কৰিবলৈ গড়কাপ্তানি বিভাগে দায়িত্ব লৈছে। তেনেহ'লে তেওঁৰ অনুৰোধটো চৰকাৰে ৰক্ষা কৰিলে। তথাপি ইয়াৰ ঠিকাদাৰৰ দলটো চৰকাৰৰ অপ্ৰিয় হোৱা নাই। কাৰণ তেওঁলোকেই এই ৰাস্তাটো নিৰ্মাণৰ ঠিকা পাইছে। ৰাস্তাৰ ভাল কাম হয়তো হ'ব পাৰে। কাৰণ হিজলবাৰী অঞ্চলৰ ৰাইজৰ চকুত এতিয়া তেওঁলোকে ধূলি মাৰিব নোৱাৰিব। তদুপৰি এইটো ৰাস্তা নিৰ্মাণ হোৱাৰ পিছত যাতায়াত সুগম হোৱাৰ বাবে ইয়াত ভৱিষ্যতে সন্ত্ৰাসবাদীয়ে থিতাপি ল'বলৈ সুবিধা নাপাব।

ইয়াকে জানি তেওঁ পুৱাতে মুখ্যমন্ত্ৰীলৈ ধন্যবাদ জনাই এখন চিঠি লিখিলে।

পুৰঞ্জয় ডেকাক তেওঁ পচন কৰিছে। মানুহজন সদাসতৰ্ক। তেওঁক সোধাহেঁতেনেই আলোকৰঞ্জনে উৰ্মিৰ সকলো ঘৰুৱা খবৰ পালেহেঁতেন। কিন্তু তেওঁ নোসোধে। তেওঁ চৰ্ত ভংগ কৰিব নিবিচাৰে। হয়তো তেনে কৰিলে সম্প্ৰতিৰ পাৰস্পৰিক ধাৰণাবোৰৰ ক্ষতি হ'ব পাৰে; পূৰৱতী নিশাৰ জোনটো দিনৰ পোহৰে নিষ্প্ৰভ কৰিব পাৰে। দুয়োৰে কবি-মানসৰ সূক্ষ্ম অনুভূতিৰ দশা ৰ'দ পোৱা বিন্দু বিন্দু নিয়ৰৰ দৰে হ'ব পাৰে। এৰা, ই সঁচাকৈয়ে হৃদয়ৰ আলফুলকৈ ৰখা সম্পদ; ই প্ৰাণৰ এক স্বপ্নসম প্ৰতিশ্ৰুতি।

টেলিফোনটোৱে আজি আমনি কৰিছে। হেল্লো বোলাৰ লগে লগে ই সংলগ্নহীন হৈ পৰে। বোধহয় দিল্লীৰ পৰা অহা 'কল'। দীঘল ৰিঙটোৱে তেনেকুৱা ইংগিত দিছে। তেওঁৰ লগত সম্পৰ্ক ৰখা দিল্লীৰ বন্ধুকেইজনে তেওঁৰ ম'বাইল নম্বৰটো নাজানে।

কেইবাবাৰো কাট খাই যোৱাৰ পিছত অৱশেষত তেওঁৰ লগত টেলিফোনৰ সংযোগ হ'ল। সিমূৰত 'মংগলজ্যোতি'ৰ অধ্যক্ষ নিৰ্মলচাঁদ দেশাই। ইংৰাজীত বাৰ্তালাপ ঃ

— মিষ্টাৰ মহন্তনে?

— নমস্কাৰ।

— আপুনি খুব ব্যস্ত আছে নেকি?

— ইয়াত খুব কাম থকা বাবে আনকি হিজলবাৰীলৈকে যাব পৰা নাই।

— তাত এতিয়া নির্ভয়ে কাম কৰিব পৰা হৈছেনে?

— সদ্যহতে হৈছে। ল'ৰাবোৰ তাত নাই। তথাপি পৰিস্থিতি গোমা, ফৰকাল বুলি কোৱা টান। ঠিকাদাৰকেইজনৰ সুমতি হৈছে যেন পাইছোঁ। কিন্তু সামগ্রিকভাবে ৰাজ্যখনৰ পৰিস্থিতি ভাল নহয়। দুঠাইত মাৰ খায়ো এতিয়া সিহঁত পুনৰ সংগঠিত হৈছে বুলি শুনা গৈছে।

— আৰু সেইবাবেই অসমৰ আজি এই অৱস্থা। নহয় জানো? আনবোৰ ৰাজ্য আগবাঢ়ি যাব, আনকি নাগালেণ্ড আৰু মিজোৰামো। অসমহে পিছ পৰি থাকিব।

— এৰা, ভাবিলে দুখ লাগে। তথাপি সাধ্য অনুসৰি কাম কৰি গৈছোঁ। ফলাফল যি হয় হওক। অসম ভাল হ'ব পাৰে— ভাগ্যৰ বলতহে।

— মিষ্টাৰ মহন্ত, আপুনি সোনকালে আমাৰ দিল্লীৰ অফিচলৈ আহিব লাগে। সেইবাবেই এই ফোন। আমি আটায়ে মিলি এখন ডাঙৰ আঁচনি প্রস্তুত কৰিব লাগে। বিপর্যস্ত পৰিবেশ ঘূৰাই অনাৰ আঁচনি। এলেকাটো উত্তৰ-পূব ভাৰতেই। আমাৰ আঁচনিখনৰ কাম হ'ব পৰিবেশ সংৰক্ষণ সম্পর্কে জনসাধাৰণক সজাগ কৰি তোলা। প্রায় দহ কোটি টকাৰ আঁচনিখনৰ ৰূপায়ণৰ বাবে অনুদান আগবঢ়াব ইউ এন ই পি (UNEP অর্থাৎ United Nations Environment Programme, ৰাষ্ট্রসংঘৰ পৰিবেশ কার্যসূচী)য়ে। ইয়াৰ ভাৰতীয় সচিবপ্রধান মিষ্টাৰ উইলিয়াম্ছে মোক কার্য ৰূপায়ণৰ বাবে অনুৰোধ কৰিলে। তেওঁলোকে আমাৰ 'মংগলজ্যোতি'ৰ কার্যাৱলীৰ খা-খবৰ ৰাখি সন্তুষ্ট হ'ল হেনো। আপুনি তাত এবাৰ বন আৰু পৰিবেশ বিভাগৰ আয়ুক্ত-সচিব আছিল বাবে আঁচনিখন প্রস্তুত কৰিবলৈ আপোনাৰেই আমাৰ বেছি প্রয়োজন।

— শুনি সন্তোষ পালোঁ। আমাৰ এই বৃহৎ ভূখণ্ডৰ পৰিবেশ বিনষ্ট হৈছে। উচ্চতম ন্যায়ালয়ে নিষেধ কৰা সত্ত্বেও ইয়াত বনানিৰ ধ্বংস পূর্ণোদ্যমে চলিছে। তৈল উদ্যোগ, সাৰ কাৰখানা, কাগজ কল, ক'ক উদ্যোগ, চিলিকেট উদ্যোগ আদিয়ে অসমৰ পৰিবেশৰ প্রচুৰ ক্ষতি কৰিছে। অথচ দুর্নীতিগ্রস্ত প্রদূষণ নিয়ন্ত্রণ পৰিষদসমূহ উদাসীন।

— এইবোৰ জানে কাৰণেই আপোনাৰ ইয়াত প্রয়োজন। আপুনি বাৰু দিল্লীত পাঁচ দিন কটাব পাৰিবনে?

— কেতিয়া মোৰ প্রয়োজন হ'ব?

— আই আই টিৰ প্রফেছৰ এজনৰ লগ লাগি সম্প্রতি খচৰাটোৰ কিছু কাম দুদিনমান

কৰিছোঁ। আপুনি চাৰি দিনৰ পিছত আহিব পাৰিব?

— সন্ধিয়া বাৰু মই ফোনযোগে জনাম।

আলোকৰঞ্জন মহন্ত পুলকিত হ'ল। এই দহ কোটিটকীয়া আঁচনিখনৰ কাম হ'লে খুব ভাল হ'ব। প্ৰদূষণ নিয়ন্ত্ৰণ পৰিষদসমূহ এনেয়ে আছে, মন্ত্ৰীৰ খুচিমতেহে সেইবোৰ চলে। এই পৰিষদসমূহৰ ক্ষমতা অত্যন্ত সীমিত হৈ পৰিছে— চৰকাৰী নিয়ন্ত্ৰণ আছে কাৰণেই। সিফালে বনবিভাগবোৰৰ দুষ্কৃতিৰ ফলতেই আজি সমগ্ৰ উত্তৰ-পূব ভাৰতৰ বনাঞ্চল ধ্বংসমুখী। বহুতেই উপলব্ধি কৰিব নোৱাৰে যে বানপানীৰ মূল কাৰণে গছ-গছনিৰ ধ্বংসকাৰ্যহে। অৰণ্যত গছ নাথাকিলে, তাত ভূমিক্ষয় হয়। ক্ষয়প্ৰাপ্ত মাটি নদীত পৰিলে নদীবোৰ বাম হয়। সেইবাবেই বানপানীয়ে উগ্ৰমূৰ্তি ধাৰণ কৰে।

এনে এখন আঁচনিৰ লগত জড়িত হোৱাৰ সম্ভাৱনা আছে বাবে আলোকৰঞ্জন মহন্তই নিজকে ভাগ্যৱান বুলি ভাবিলে। হিজলবাৰীৰ কাম-কাজৰ খবৰ লৈ তেওঁ ফোনযোগে দিহা-পৰামৰ্শ দিলে আৰু অফিচৰ অত্যাৱশ্যকীয় কামখিনি সমাপ্ত কৰিবলৈ কেইদিন লাগিব অনুমান কৰি ল'লে। তেওঁ সন্ধিয়া ফোনত নিৰ্মলচাঁদ দেশাইক জনালে যে তেওঁ চাৰি দিনৰ পিছত দিল্লী পাবগৈ, কিন্তু তেওঁ তাত তিনি দিনহে থাকিব পাৰিব।

আজিয়েই সেই দিনটো। জুন মাহৰ বাৰ তাৰিখ। পুৱা চাৰে ন বজাৰ জেট্ এয়াৰৱেজৰ বিমানত তেওঁ দিল্লীলৈ উৰা মাৰিব। চাৰে সাত বজাত অফিচৰ বলেৰো গাড়ীখন চলিল বিমানকোঠৰ ফালে। গাড়ী চলাইছে অভিজ্ঞ চালক হৰিচৰণে। লগত মাৰণাস্ত্ৰৰে সুসজ্জিত নিৰাপত্তাৰক্ষী পুৰঞ্জয় ডেকা। ক'তো মটৰ গাড়ীৰ ভিৰ নাই। আনকি জি এছ ৰোডৰ উৰণীয়া সেতু নিৰ্মাণ কৰি থকা অংশ আৰু মালীগাঁও চাৰিআলিতো যান-জঁট নহ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ চৌহদ আৰু লংকেশ্বৰ পাৰ হোৱাৰ পিছত ৰাস্তাৰ এটা অংশত মেৰামতিৰ কাম চলিছে। ৰাস্তাৰ এটা অংশত কাম চলি থকাৰ বাবে সেই ফালেদি যান-বাহন যোৱাটো বন্ধ কৰি দিয়া হৈছে। বাকী অংশইদি কেৱল এখন গাড়ীহে যাব পাৰে। যোৱা চাৰি দিন ধৰি এই ব্যৱস্থা চলি আছে। এইফালেদিয়েই হৰিচৰণে আলোকৰঞ্জনৰ বন্ধু এজনক ৰাণীলৈ আনিছিল।

এতিয়া হৰিচৰণে ৰাস্তাৰ সেই অংশইদি গাড়ী চলাব পৰা নাই। গুৱাহাটীমুখী মাৰুতি ভান এখন তাত ৰৈ আছে। কিবা বেয়া হৈছে কিজানি। হুড়টো ওপৰলৈ তোলা আছে। এটা মানুহে ইঞ্জিনটোত হাত দি কিবা চাইছে। নিশ্চয় ইঞ্জিনটো অচল। কিমান সময় গাড়ীখন এনেকৈ ৰৈ থাকে ঠিক নাই। ইফালে সময় হৈছে। চাৰে আঠ বজাত বিমানকোঠত ৰিপৰ্টিং টাইম। এতিয়া আঠটা বাজিলেই। হৰিচৰণ গাড়ীৰ পৰা নামি আহিল— ৰৈ থকা মাৰুতিখনত কি আঁসোবাহ হৈছে তাকে চাবলৈ। পুৰঞ্জয় নামিল।

সি ভাবিলে, যদি গাড়ীখন নচলে, তেন্তে ঠেলি আনি আন ঠাইত ৰাখি ৰাস্তাৰ এই অংশটো মুকলি কৰিব লাগিব।

পুৰঞ্জয় ডেকা আৰু মাৰুতিত অহা দুজন ডেকাই গাড়ীখন ঠেলিছেহে মাত্ৰ, এনেতে হঠাতে এটা ঘটনা ঘটিল। এটা ডেকা বিজুলীবেগে গৈ বলেৰোখনত উঠি আলোকৰঞ্জন মহন্তক বলেৰে নমাই আনিলে। লগে লগে বেয়া হৈ থকা বাবে ৰৈ থকা মাৰুতি ভানখন গাৰ্জি উঠিল আৰু ক্ষিপ্ৰবেগে গতি কৰি আলোকৰঞ্জন মহন্তৰ ওচৰত ৰ'লহি। খন্তেকতে সেই মানুহটোৱে তেওঁক জোৰেৰে তাত উঠালে। চকুৰ পচাৰতে আলোকৰঞ্জন মহন্তক অপহৰণ কৰা হ'ল। সেইখন গাড়ী তীব্ৰবেগে গুৱাহাটীৰ ফালে চলিল।

হৰিচৰণে তৎক্ষণাত নিজৰ বলেৰোখন ঘূৰালে আৰু মাৰুতিখনৰ পাছ ল'লে। কিন্তু অপহৰণ কৰি নিয়া গাড়ীখন ইতিমধ্যে বহুত আগবাঢ়িল। পুৰঞ্জয় আৰু হৰিচৰণে দেখিলে যে সেইখন গাড়ী শৰাইঘাট দলঙৰ ওপৰত উঠিল। সিহঁতে গাড়ীৰ নম্বৰটো মনত ৰাখিবলৈকো উপায় নাই। দূৰত্ব বেছি হোৱা কাৰণে নম্বৰটো অস্পষ্ট হ'ল। অৱশ্যে নম্বৰটো ভালকৈ দেখাহেঁতেনো কোনো কামত নাহিলহেঁতেন। সেইটো আচল নম্বৰ নোহোৱাটোহে সম্ভৱপৰ।

নিজে ব্যৰ্থ হোৱাৰ বাবে পুৰঞ্জয় ডেকা ক্ৰোধ আৰু আক্ৰোশত উত্তেজিত হৈ পৰিল। তাৰ গাটো কঁপিবলৈ ধৰিলে। সি বিতৃষ্ণাৰে বন্দুকটোলৈ চালে। গাড়ী চলাই থকা হৰিচৰণে হাওহাওকৈ কান্দি পেলালে।

# বাৰ

ব্যক্তিৰ অপহৰণৰ ভিতৰুৱা কাৰণ থাকে। পণবন্দীয়ে মুক্তি পায় ধনৰ বিৰাট অংকৰ বিনিময়ত। এইবোৰ কথা ৰাইজে গম নাপায়। মুক্তি দিলে বুলিহে মাত্ৰ ৰাইজক জানিবলৈ দিয়া হয়। তেওঁ হয়তো হ'ব পাৰে ভ্ৰষ্টাচাৰী বিষয়া, ডাঙৰ ঠিকাদাৰ নাইবা উগ্ৰবাদীৰে সৈতে টকা-পইচাৰ লেনদেন থকা ব্যৱসায়ী। দেখা গৈছে যে অপহৰণৰ মূল উদ্দেশ্য অপহৃতজনৰ প্ৰতি ঘৃণা, বিদ্বেষ বা কোনো আদৰ্শসংক্ৰান্ত কাৰণ নহয়, প্ৰতাৰণাও নহয়, কেৱল অৰ্থলাভহে। গতিকে লেশমানো অপকৰ্মৰ চেকা নথকা এজন জনাজাত প্ৰাক্তন আমোলা আৰু সম্প্ৰতি জনাজাত সমাজসেৱী, ৰাইজৰ চকুত সৎ আদৰ্শৰ প্ৰতিভূ হৈ পৰা আলোকৰঞ্জন মহন্তৰ অপহৰণে সমগ্ৰ অসমকে আশ্চৰ্যান্বিত, উত্তেজিত আৰু ক্ষোভিত কৰি তুলিলে। সকলো সামাজিক অনুষ্ঠান আৰু ৰাজনৈতিক দলে এই কাৰ্যক তীব্ৰ গৰিহণা দিলে। দৈনিক বাতৰি কাকতসমূহ আৰু টিভিৰ চেনেলসমূহ অকল সবিস্তাৰে বাতৰিটো পৰিৱেশন কৰাতে ক্ষান্ত নাথাকিল, ইয়াৰ সম্ভাব্য কাৰণ আৰু অন্তৰালত থকা অশুভ শক্তিৰো বিশ্লেষণ কৰিলে। সম্পাদকীয় স্তম্ভসমূহতো বিবেচনাহীন অপহৰণকাৰীক তিক্ত ভাষাৰে নিন্দা কৰা হ'ল। আলোকৰঞ্জন মহন্ত হৈ পৰিল এক অভূতপূৰ্ব চাঞ্চল্য। বহুপ্ৰচাৰিত এখন অসমীয়া দৈনিক বাতৰি কাকতৰ 'অপহৰণকাৰীয়ে বিশ্বাসযোগ্য কৈফিয়ৎ দিব পাৰিবনে' শীৰ্ষক ক্ষুৰধাৰ সম্পাদকীয়টো আছিল সৰ্বাধিক মৰ্মভেদী। তাত লিখিছিল, '...দুৰ্নীতিগ্ৰস্ত লোকক অপহৰণ কৰি দাবী কৰা ধন পৰিয়ালে আদায় দিয়াৰ পিছত তেওঁক এৰি দিয়া হয়। ই জানো দুৰ্নীতি নিবাৰণত সহায় কৰে? বৰঞ্চ দুৰ্নীতিক প্ৰশ্ৰয়হে দিয়া হয়; ধন লৈ দুৰ্নীতি চলাই যাবলৈ প্ৰকাৰান্তৰে অনুমতি দিয়া হয়। দুৰ্নীতিৰে ধন ঘটিছে বুলি উল্লিখিত নোহোৱা ধনী মানুহকো অপহৰণ কৰি পণধন আদায় কৰা দৃষ্টান্তও নথকা নহয়। কিন্তু অপহৰণকাৰীয়ে উপলব্ধি কৰিব পাৰেনে যে উপাৰ্জন কৰিবলৈ কিমান আশাশুধীয়া প্ৰচেষ্টা চলাব লাগে, বিপদৰ সম্মুখীন হ'ব লাগে, ভাগ্য আৰু দুৰ্ভাগ্যৰ সৈতে লুকাভাকু খেলিব লাগে আৰু ধৈৰ্য আৰু কষ্ট স্বীকাৰ কৰিব লাগে? সকলোৰে পৰম শ্ৰদ্ধেয় প্ৰশাসক আৰু সমাজসেৱক আলোকৰঞ্জন মহন্তৰ বিষয়ে সাত শত্ৰুৱেও ক'ব নোৱাৰে যে তেওঁৰ অপৰ্যাপ্ত ধন আছে, অপকৰ্মৰ যোগেদি তেওঁ ধন ঘটিছে নাইবা মৰ্যাদাপূৰ্ণ বেচৰকাৰী অনুষ্ঠান 'মংগলজ্যোতি'ৰ ধন আত্মসাৎ কৰিছে। তেওঁ এজন স্বাৰ্থত্যাগী সমাজসেৱী। দেশক আৰু সমাজক ভাল নোপোৱাহেঁতেন

তেওঁ কিয় কষ্ট কৰি সমাজসেৱাত হাত দিলেহেঁতেন? এয়ে কি সততা আৰু কৰ্মনিষ্ঠাৰ পৰিণাম? অৱশ্যে তেওঁ এনে কিছুমান কাম কৰিছে সেই কাম আমাৰ ভ্ৰষ্টাচাৰী চৰকাৰে কৰিব পৰা নাই। তেওঁ হ'ল প্ৰকৃততে ভ্ৰষ্টাচাৰৰ বিৰুদ্ধে এক প্ৰচণ্ড প্ৰত্যাহ্বান। এতিয়া অপহৰণকাৰীয়ে এইকেইটা প্ৰশ্নৰ উত্তৰ দিবনে?— আলোকৰঞ্জন মহন্ত (১) বহু ধনৰ অধিকাৰী কাৰণে, (২) ভ্ৰষ্টাচাৰী হোৱা কাৰণে, (৩) বেয়া কাম কৰা কাৰণে, বা (৪) 'মংগলজ্যোতি'ক সুপথে পৰিচালনা নকৰা কাৰণে অপহৰণ কৰা হ'ল? এই চাৰিটা প্ৰশ্নৰ এটাৰ উত্তৰ দিলেই যথেষ্ট হ'ব। ইণ্টাৰনেটৰ যোগেদি ইয়াৰ উত্তৰ সংবাদ মাধ্যমক জনালে আমি সুখী হ'ম। পুনৰ জনাই দিয়া উচিত হ'ব যে অপহৰণকাৰীৰ পৰা কৈফিয়ৎ ল'বলৈ অসমৰ ৰাইজৰ অধিকাৰ আছে। কাৰণ ৰাইজৰ মানত আলোকৰঞ্জন মহন্ত আজি আন্ধাৰত আলো।...'

আলোকৰঞ্জন মহন্তক অপহৰণ কৰি লৈ যোৱা মাৰুতি ভানখন বেজেৰাত পৰিত্যক্ত অৱস্থাত পোৱা গ'ল। নম্বৰটোৰ পম খেদি যিজন মালিকক পোৱা গ'ল তেওঁ পুলিচক ক'লে যে আগদিনা ফাঁচী বজাৰত পাৰ্ক কৰা অৱস্থাতে গাড়ীখন চুৰি হোৱা বুলি ইতিমধ্যে তেওঁ পুলিচক জনাইছিল। গতিকে গাড়ীখন ঘূৰাই পাই তেওঁ সুখী হ'ল আৰু দুনাই পুলিচৰ জেৰাৰ সন্মুখীন নহ'ল। ইফালে চৰকাৰে দোষীক ধৰিবৰ কাৰণে ব্যাপক প্ৰচেষ্টা চলাইছে বুলি ঘোষণা কৰাত ৰাইজে হাঁহিবৰহে খোৰাক পালে।

দিল্লীলৈ বুলি বিমানকোঠলৈ যাওঁতে তেওঁক বাট ভেটা দি অপহৰণ কৰা হ'ল। গতিকে অপহৰণকাৰীয়ে আগতীয়াকৈ এই ভ্ৰমণৰ কথা জানিব লাগিব। 'মংগলজ্যোতি'ৰ কাৰ্যালয়ৰ কাৰবাৰ পৰা এই খবৰ জানিব পাৰে বুলি সন্দেহ কৰি পুলিচে তাৰ মানুহক জেৰা কৰিলে। কিন্তু তাৰ সকলোৱেই নিৰ্দোষ বুলি পুলিচৰ ধাৰণা হ'ল। তদন্তকাৰী পুলিচ বিষয়াজনে আলোকৰঞ্জন মহন্তৰ অফিচৰ ফোনটো টেপ কৰা হয় বুলি সন্দেহ কৰিলে। গতিকে চৰকাৰে ঘোষণা কৰাৰ দৰে অপৰাধীক ধৰা পেলাবৰ বাবে আৰু অপহৰণকাৰীক উদ্ধাৰৰ বাবে ব্যাপক অভিযান চলোৱা হৈছে বুলি কৰা অভিযান দুখোজ আগবাঢ়ি দুখোজ পিছুৱাই বৈ গ'ল। মাত্ৰ মুখ্যমন্ত্ৰীয়ে এটা বিবৃতি দি ৰাইজক জনালে যে তেওঁৰ অত্যন্ত প্ৰিয়ভাজন আৰু শ্ৰদ্ধাভাজন ব্যক্তি আলোকৰঞ্জন মহন্তৰ অপহৰণৰ বাবে তেওঁ মৰ্মান্তিক দুখ পাইছে আৰু মহন্তৰ উদ্ধাৰৰ বাবে সকলো প্ৰচেষ্টা চলাবলৈ ৰাজ্যিক গৃহ বিভাগক নিৰ্দেশ দিছে।

পিছে এনে বিবৃতিত কোনো আশ্বস্ত হ'ব পৰা নাই। অৱশ্যে তেওঁ সেনাৰ ফ'ৰ ক'ৰৰ জি অ' চিক লগ পোৱাটো যথেষ্ট গুৰুত্বপূৰ্ণ বুলি বিবেচিত হৈছে।

বাতৰিটো পাই 'মংগলজ্যোতি'ৰ অধ্যক্ষ নিৰ্মলচাঁদ দেশাই দুদিনৰ পিছত গুৱাহাটী পালেহি। অসম সংমণ্ডলৰ 'মংগলজ্যোতি'ৰ ভাৰ ল'বলৈ আহিল উৰিষ্যা সংমণ্ডলৰ সঞ্চালক প্ৰবুদ্ধ মহাপাত্ৰ। তেওঁ আলোকৰঞ্জন মহন্ত বহা চকীখনত নবহিল।

মংগলজ্যোতিৰ কৰ্মীসকল যাতে ভাগি নপৰে তাৰ বাবেই দেশায়ে প্ৰবুদ্ধ মহাপাত্ৰৰ নিচিনা মানুহ এজনক লৈ আহিছে। উৰিষ্যাত এতিয়া তেওঁৰ ঠাইত কাম কৰিছে ড° সুকান্ত শ্ৰীপতিয়ে। 'মংগলজ্যোতি'ত যোগদান কৰাৰ আগতে ড° শ্ৰীপতিয়ে আমেৰিকাৰ বহুজাতিক প্ৰতিষ্ঠান এটাত কাম কৰিছিল। তেওঁ বৃত্তিত কেমিকেল ইঞ্জিনিয়াৰ। ইপিনে প্ৰবুদ্ধ মহাপাত্ৰও লেখতল'বলগীয়া মানুহ। তেওঁ মন্ত্ৰী আছিল। কিন্তু ৰাজনীতি বাদ দি সেৱাদলত ভৰ্তি হোৱাৰ পিছত সম্প্ৰতি 'মংগলজ্যোতি'ত আছে।

তেওঁলোকে দিল্লীত কেন্দ্ৰীয় গৃহমন্ত্ৰীক লগ ধৰি আহিছে। গুৱাহাটীত উপস্থিত হৈয়েই তেওঁলোকে মুখ্যমন্ত্ৰী আৰু ৰাজ্যপালক লগ ধৰিছে। এটা ব্যক্তিগত খণ্ডৰ টেলিভিছন নিউজ চেনেলত তেওঁ কৈছে, 'এতিয়া আমি আশা কৰিছোঁ, আলোকৰঞ্জন মহন্তক অকল মানৱীয় কাৰণতে নহয়, অসমৰ উদ্‌গতিৰ অৰ্থেও অপহৰণকাৰীয়ে সোনকালে এৰি দিব। যদি কোনোবা সংগঠনে এই কাম কৰিছে, তেন্তে সংগঠনটোৱে সোনকালে তেওঁক এৰি দিয়া উচিত অন্ততঃ এই কাৰণেই যে এনে এজন অতিশয় জনপ্ৰিয় প্ৰভাৱশালী ব্যক্তিক যদি এৰি দিয়া নহয় বা চৰ্ত পূৰণ নোহোৱাৰ বাবে হত্যা কৰা হয় তেন্তে সংগঠনটোৰ যিখিনি জনপ্ৰিয়তা অথবা জন-স্বীকৃতি আছে, সেয়া অচিৰে হেৰুৱাব। সকলোৱে মনত ৰখা উচিত যে হিংসাৰ দ্বাৰা কোনো কাম সিদ্ধ নহয়। অকল জনতাইহে সামাজিক ৰূপান্তৰ ঘটায়।'

আলোকৰঞ্জন মহন্তক কি কাৰণে অপহৰণ কৰা হ'ল সেয়াও এক সাঁথৰ। চাৰি দিন পাৰ হ'ল। এতিয়ালৈকে অপহৰণকাৰীসকল নিমাত। গুৱাহাটীস্থ 'মংগলজ্যোতি'ৰ কাৰ্যালয়লৈ মুক্তিপণ দাবী কৰা কোনো ফোন অহা নাই।

পুলিচ আলোকৰঞ্জন মহন্তৰ ঘৰলৈ গ'ল। পুতেক ডাঃ অনুপম মহন্ত এজন নিপুণ হৃদৰোগবিশেষজ্ঞ। তেওঁ পিতৃক উদ্ধাৰৰ বাবে প্ৰচেষ্টা চলাই আছে। আনকি উগ্ৰবাদীৰ লগত আলোচনাৰ প্ৰচেষ্টাও নচলোৱা নহয়। এই পৰ্যান্ত তেওঁ ইয়াৰ একো উৱাদিহ পোৱা নাই। উগ্ৰবাদীৰ হৈ কাম কৰা লোক নথকা নহয় বুলি তেওঁ শুনিলে। তেওঁ তেওঁলোকৰ নাম-ধাম জানি ল'লে। তেওঁলোকৰ এজনে যদি নিজৰ অনুষ্ঠানৰ দ্বাৰা এই অপহৰণক দুষ্কাৰ্য বুলি আৰু অপহৃতক মুক্তি দিব লাগে বুলি এটা বিবৃতি দিয়াৰ ব্যৱস্থা কৰিব পাৰে, তেন্তে কামত আহিব। সেই চেষ্টা তেওঁ চলাব। এনে এটা সময়ত তেওঁৰ ঘৰত পুলিচৰ উপস্থিতিয়ে তেওঁৰ খংহে তোলালে। পুলিচ বিষয়াজনে অকণো সহানুভূতি আৰু দুখ প্ৰকাশ নকৰি চিধাই সুধিলে, 'মহন্তদেৱৰ লগত কেনে ধৰণৰ মানুহৰ সম্পৰ্ক আছিল আপুনি জানেনে?' তেওঁ উত্তৰ দিলে, 'মই দেউতাৰ গুপ্তচৰ নহয়।'

'মুক্তিপণৰ দাবী একো?'

'নাই পোৱা। পাইছোঁ বুলি ক'লেও আপোনালোকৰ অনুসন্ধান ইয়াতকৈ বেছি

আগুৱাব নোৱাৰে। আপোনালোকৰ অকৰ্মণ্যতাৰ কথা কোনে নাজানে? আপোনালোকে সঠিকভাৱে কাম কৰাহেঁতেন আজি আইন-শৃংখলাৰ এই অৱস্থা নহ'লহেঁতেন।'

অনুপমৰ উগ্ৰমূৰ্তি দেখি পুলিচ বিষয়াজনৰ মুখ বন্ধ হ'ল।

অনুপম মহন্ত আৰু পৰিয়ালটোৰ প্ৰত্যেকেই প্ৰতিদিনে মুক্তিপণ দাবী কৰা ফোন এটা পাব বুলি আশা কৰি আছিল। এনেকৈ দাবী কৰাটো ভাল লক্ষণ। ইয়াৰ পৰা অনুমান কৰিব পৰা যায় যে অপহৃতজন অন্ততঃ নিহত হোৱা নাই। তদুপৰি দৰ-দামো কৰিব পৰা যায়। কিন্তু মুক্তিপণ দাবী নকৰিলে এটা দুঃখজনক সিদ্ধান্তলৈ আহিব পাৰি ঃ তেওঁক কিজানি আক্ৰোশত নাইবা বিশেষ স্বাৰ্থসিদ্ধিৰ কাৰণে মাৰি পেলোৱা হ'ল। কোনে এই কাম কৰিছে তাৰ এটা ঘোষণা নোপোৱাও আন এটা অশুভ লক্ষণেই...। কেতিয়াবা সংগঠনৰ নামত ঘোষণা দি দুষ্কৃতিকাৰীবোৰ ৰাইজৰ চকুত অপ্ৰিয় হ'ব নোখোজে।

এইবোৰকে ভাবি নিপুণ হৃদৰোগ বিশেষজ্ঞজন বৰ চিন্তিত হৈ পৰিছে। ঘৰৰ কাকো তেওঁ সান্ত্বনা দিব পৰা নাই। তেওঁ এইকেইদিন চিকিৎসা সংক্ৰান্ত কৰ্তব্যৰ পৰা আঁতৰি আছে। তেওঁৰ মনত এটা প্ৰতিশোধৰ ভাবো হৈছে। দেউতাকৰ দৰে নিস্বাৰ্থ নিষ্কলংক মানুহ এজনে ইহঁতৰ কি জগৰ লগালে?

তেওঁৰ মাতৃ ইহসংসাৰত নাই। থকাহেঁতেন ঘৰত এক অতি জটিল নিকৰুণ পৰিৱেশৰ সৃষ্টি হ'লহেঁতেন। খবৰটো শুনাৰ লগে লগে জী-জোঁৱায়ো আহি আছেহি। আলোকৰঞ্জনৰ জোঁৱায়েক ডাঃ নিশিকান্ত শইকীয়া এখন অভিযান্ত্ৰিক মহাবিদ্যালয়ৰ অধ্যাপক। জীয়েক নিৰ্মলা তাতে এখন উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয়-শিক্ষয়িত্ৰী।

# তেৰ

চৌদিশে ডাঠ হাবি। সমতল যেন লগা এঠাইত ভালেমান ঘৰে এটা চুবুৰিৰেই সৃষ্টি কৰিছে। তাৰ চাৰিওফালে পহৰা। অস্ত্ৰধাৰী ডেকা প্ৰহৰীকেইটাৰ গাত সেনাৰ পোছাক। আলোকৰঞ্জন মহন্তক এটা খেৰী ঘৰত আছুতীয়াকৈ কাঢ়া পহৰাত ৰখা হৈছে। অপহৰণকাৰী ডেকাকেইটাৰ উপৰি আন সকলোৱেই তেওঁক মৰ্যাদাপূৰ্ণ ব্যৱহাৰ কৰিছে। তেওঁ তাত সকলোৰে 'ছাৰ'। এই বন্দী অৱস্থাত তেওঁ অকণো ভয় আৰু উদ্বিগ্নতা দেখুওৱা নাই। মাত্ৰ তেওঁ সোধে, 'মোক কিয় ধৰি আনিলা?' তেওঁ ইয়াৰ উত্তৰ নাপায়। 'এই বিষয়ে আমি নাজানো, নেতাসকলেহে জানে' বুলি তেওঁলোকে উত্তৰটো এৰাই চলে। তেওঁক মুক্তি দিবৰ বাবে ধন দাবী কৰিছে নেকি, তেওঁৰ জানিবলৈ বৰ ইচ্ছা হয়। কিন্তু কোনেও নকয়। ধনৰ অংক যদি অবিশ্বাস্য ধৰণৰ নহয়, তেন্তে তেওঁৰ পুতেক ডাঃ অনুপম মহন্ত আৰু জোঁৱায়েক ডাঃ নিশিকান্ত শইকীয়াই কিবা কৰি হ'লেও জোগাৰ কৰি দিব আৰু হয়তো এই কথা আৰক্ষীয়ে গমকে নাপাব।

'ছাৰ, আপুনি সঁচাকৈয়ে ডাঙৰ মানুহ।'— পহৰা দিয়া মৰম লগা মুখৰ ল'ৰা এটাই তেওঁক ক'লে। শুনি তেওঁ আমোদ পালে। তেওঁ সুধিলে, 'কিয় এনেকৈ কৈছা?' সি কৈ গ'ল— 'আলাপ হোৱা শুনিছোঁ। কাকত-পত্ৰত আপোনাৰ কথা খুব ওলাইছে হেনো। বহুত সংগঠনে আপোনাৰ মুক্তিৰ দাবী কৰিছে। দিল্লীতো হেনো কথাটো ওলাইছে।'

'তেনেহ'লে মোক জোৰজবৰদস্তিকৈ গাড়ীত উঠাই অনা ল'ৰাকেইটাই এতিয়া বুজি পাইছে যে তেওঁলোকক ৰাইজে দোষ দিছে।'

'সেয়া ক'ব নোৱাৰোঁ। পিছে তেওঁলোকে মাথোঁ আদেশহে পালন কৰে। গতিকে তেওঁলোকে অনুতাপ নকৰিবও পাৰে।'

'বাপু, তোমাৰ নাম?'

'নাম কোৱাত কিছু বাধা আছে। আমাৰ সকলোৰে অতি কমেও দুটাকৈ নাম থাকে। তাৰে এটাও আচল নাম নহ'ব পাৰে।'

'তোমালোকৰ দৰে ল'ৰাবোৰ সঁচাকৈয়ে অসন্তুষ্ট হৈ বিদ্ৰোহী হৈছানে?'

'বিদ্ৰোহী নোহোৱাবোৰো অসন্তুষ্ট। ছাৰ, এই বিষয়ে আৰু কথা নাপাতিলেই ভাল হ'ব কিজানি। মই নিজৰ অতীতটো সুঁৱৰিবলৈ বৰ টান পাওঁ।'

ল'ৰাইতে তেওঁৰ খাদ্যাভ্যাসমতেই আহাৰৰ যোগান ধৰিছে। আহাৰত তেওঁৰ অৰুচি হোৱা নাই।

দুদিনৰ পিছত আগতে নেদেখা মানুহ এজন তেওঁৰ ওচৰলৈ আহিল। থকা-খোৱাত অসুবিধা হৈছে নেকি আদি সৌজন্যমূলক কথাকেইটামান সুধি তেওঁ আলোকৰঞ্জন মহন্তৰ এটা গুৰুত্বপূৰ্ণ প্ৰশ্নৰ সন্মুখীন হ'ল ঃ মোৰ মৰিবলৈ ভয় নাই। কাৰণ জীৱনত মই যি হ'ব খুজিছিলোঁ, হ'ব পাৰিলোঁ। যি ভোগ কৰিবলগীয়া আছিল সেয়া ভোগ কৰিলোঁ। গতিকে যিকোনো এটা দিনত মোৰ মৃত্যু ঘটিলেও মোৰ কোনো খেদ নাথাকিব। কিন্তু মোৰ এটা ডাঙৰ কৌতূহল থাকি যাব। কৌতূহলটো হ'ল— মোক কিয় ধৰি অনা হ'ল? আপুনি বোধকৰোঁ সংগঠনটোৰ এজন উচ্চ পৰ্যায়ৰ নেতা। আপোনাৰ পৰা ইয়াৰ উত্তৰ পামনে?

মানুহজনক কিন্তু বিবুদ্ধিত পৰা দেখা নগ'ল। তেওঁ এনে এটা গতানুগতিক উত্তৰ দিলে যে ই আচলতে কোনো উত্তৰেই নহ'ল। তেওঁৰ উত্তৰ— আমি খবৰ সংগ্ৰহ কৰি আছোঁ। গোটেইখিনি খবৰ আহি পোৱাৰ লগে লগেই আমি আপোনাক ইয়াৰ উত্তৰটো দিব পাৰিম। এতিয়াই উত্তৰ দিব নোৱাৰাৰ কাৰণে ক্ষমা কৰিব।

আলোকৰঞ্জন মহন্তৰ এইটো কোনো উত্তৰ নহ'ল বুলি ক'বৰ ইচ্ছা আছিল যদিও তেওঁ মনে মনে থাকিল। কিন্তু অজানিতে তেওঁক শোকে খুন্দা মাৰি ধৰিলে। তেওঁৰ মৃত্যু ঘটিলেও তেওঁৰ কোনো খেদ নাথাকিব বুলি এই নেতাজনক কৈ কেৱল তেওঁকেই ফাঁকি দিয়া নাছিল নিজকো ফাঁকি দিছিল। কাৰণ পুতেক-বোৱাৰীয়েক, জী-জোঁৱাই আৰু নাতি-পুতিলৈ তেওঁৰ স্নেহ আছে, মোহ আছে। আৰু উৰ্মি? উৰ্মিয়ে দেখোন জীৱন সম্পৰ্কে তেওঁৰ ধ্যান-ধাৰণাকে সলনি কৰি পেলালে। তেওঁৰ জীৱনত অকাল বসন্তৰ পদক্ষেপো এক অপূৰ্ব মোহময় অনুভৱ।

তেওঁৰ চকু দুটা পানীৰে ভৰি পৰিল। তাকে লুকুৱাবলৈ তেওঁ ওচৰতে থকা সৰু টাৱেলখনেৰে মুখখন ঢাকি পেলালে। অলপ পৰৰ পিছত টাৱেলখন গুচাই দিয়াৰ লগে লগেই তেওঁ দেখিবলৈ পালে যে নেতা যেন লগা মানুহজন তেওঁৰ ওচৰৰ পৰা ইতিমধ্যে আঁতৰি গৈছে। সামান্যভাৱে ৰাতিৰ আহাৰ গ্ৰহণ কৰি শুবৰ সময়ত তেওঁ বুকুত এবোজা দুখ লৈ ভাবিছে— খবৰটো শুনি অনুপম আৰু নিশিকান্তই বাৰু কি কৰিছে? ঘৰখনত হাহাকাৰ লাগিছে? উস্, উৰ্মিৰ বা অৱস্থা কেনে হৈছে? মোৰ ম'বাইলটো ইহঁতে ৰাখি থৈছে। নিশ্চয় ছুইচ্ অফ্ কৰিও থৈছে। কিজানি উৰ্মিয়ে মোৰ ম'বাইলৰ নম্বৰত কেইবাবাৰো ফোন কৰি হতাশত ...।

* * *

সময়বোৰ পাৰ কৰাহে অত্যন্ত কষ্টকৰ হৈ পৰিছে। কোনো তেওঁৰ লগত আলাপ কৰিবলৈ নাহে। সকলোৱে এটা সন্মানজনক দূৰত্ব বজাই ৰাখিছে। নাম ক'বলৈ অস্বীকাৰ

কৰা, তেওঁৰ প্ৰতি অনুৰক্ত সেই ডেকাটোৱেও কেৱল মুখলৈ চাই হাঁহেহে, ওচৰলৈ নাহে। খোৱাবস্তু দিবলৈ অহা ডেকাকেইটাকো চলন্ত প্ৰস্তৰ মূৰ্তি যেন লাগে। পৃথিৱীৰ লগত তেওঁৰ কোনো সম্পৰ্ক নাই। আজি যদি ইৰাকত ছাদ্দাম হুছেইনক মৃত্যুদণ্ড দিয়া হৈছে, কোনোবা ৰাষ্ট্ৰপতি বা প্ৰধানমন্ত্ৰী যদি আততায়ীৰ গুলীত নিহত হৈছে, নাইবা অসমতে যদি উগ্ৰবাদীয়ে গ্ৰেণেড বিস্ফোৰণ ঘটাইছে, সেইবোৰ খবৰ তেওঁৰ জানিবলৈ কোনো উপায় নাই। সময় যেন স্তব্ধ হৈ গৈছে। তেওঁ যেন সাগৰৰ মাজৰ এক অখ্যাত ক্ষুদ্ৰ দ্বীপত মাত্ৰ দুটামান মূক-বধিৰৰ লগত দিন কটাইছে।

এটা সপ্তাহ যে ইমান দীঘল হ'ব পাৰে তেওঁৰ আগতে এনে উপলব্ধি নাছিল। তেন্তে মনেই সময়ৰ আপেক্ষিকতাৰ নিৰ্ণায়ক। ইয়াৰ লগত আপেক্ষিকতাবাদৰ সম্পৰ্ক নাই যদিও স্বয়ং ইয়াৰ উদ্ভাৱক মহাবিজ্ঞানী আইনষ্টাইনে মনৰ লগত কাল বা সময়ৰ আপেক্ষিক হ্ৰস্বতা-দীৰ্ঘতাৰ সম্পৰ্কটো স্বীকাৰ কৰিছিল।

সাদিন পাৰ কৰাৰ পিছতেই তেওঁৰ কোঠাত হঠাতে এটা পৰিৱৰ্তন দেখা গ'ল। তাত এখন টেবুল আৰু তিনিখন চকী ৰখা হ'ল। আগৰ চকীখনকে ধৰি চাৰিওখন চকী টেবুলৰ চৌপাশে ৰখা হ'ল। ল'ৰা দুটাই কামখিনি শেষ কৰাৰ লগে লগেই সোমাই আহিল তিনিজন লোক। সামৰিক বিষয়াৰ দৰেই তেওঁলোকৰ সাজ-পোছাক। দেখাতো উচ্চ পদমৰ্যাদা থকা বিষয়াৰ নিচিনা। খোজ-কাটল গহীন। এওঁলোক সংগঠনটোৰ গুৰুত্বপূৰ্ণ লোক বুলি তেওঁ সহজে অনুমান কৰিব পাৰিলে। কোঠাত সোমায়েই মহন্ত ছাৰ নমস্কাৰ বুলি চেলাম থুকি তেওঁলোকে তেওঁক চকী এখনত বহিবলৈ অনুৰোধ জনালে। আলোকৰঞ্জন মহন্ত চকীত বহাৰ পিছতহে তেওঁলোক বহিল। কথা-বতৰা আৰম্ভ হ'ল।

ঃ বোধকৰো আমি আপোনাক ভালকৈ ৰাখিব পাৰিছোঁ।

ঃ তাৰ বাবে ধন্যবাদ। পিছে নিৰ্জন ঠাইত অকলে অকলে থকাটো সম্পূৰ্ণ বিচ্ছিন্ন হৈ থকাটোৰ সমান ডাঙৰ শাস্তি নাই। এনেকৈ থাকিলে পাগল হ'ব লাগিব।

ঃ আমি দুখিত। সকলো কামৰ বাবে এটা সময় লাগে।

ঃ সোনকালে কিবা এটা কৰক। মাৰি পেলাওক। মই মৰিবলৈ সাজু আছোঁ। কিন্তু এনেকৈ দোধোৰ-মোধোৰ অৱস্থাত থকাটো মোৰ কাৰণে অত্যাচাৰ কৰি হত্যা কৰাৰ দৰেই।

ঃ জানিছোঁ, ছাৰ তেন্তে খুব অসন্তুষ্ট।

ঃ সন্তুষ্ট হ'লোঁহেঁতেন যদিহে মোক ধৰি অনাৰ কিবা কাৰণ থকাহেঁতেন। সেই কাৰণকেইটা জানিবলৈহে মোৰ ইচ্ছা।

ঃ আমি অতিকে দুখিত, মহন্ত ছাৰ। আপোনাক কেন্দ্ৰ কৰি যি অৱস্থা হৈছে, তাকে জানি আমি সকলো খবৰ ল'লোঁ। দেখিছোঁ, আপুনি নিস্বাৰ্থ; বুৰ'ক্ৰেট আছিল যদিও

আপোনাৰ এটা আদৰ্শ আছে আৰু সেইমতে আপুনি কাম কৰি আছে।

ঃ আৰু কি জানিলে?

ঃ আপোনাৰ কাৰণেই আমোলাৰ পৰা ঠিকাদাৰলৈকে সকলোৰে টকা খোৱাৰ মুদা মৰিছিল, সিহঁতে আমাৰ মানুহকো আপোনালোকৰ বিপক্ষে উচটাইছিল। ইতিমধ্যে আমাৰ মানুহখিনিৰ বিৰুদ্ধে ব্যৱস্থা লোৱা হৈছে।

ঃ ভাল কথা। কিন্তু ঠিকাদাৰকেইটা, জিলাৰ উপায়ুক্ত, এম এল এ কুলপতি দত্ত, ৰতিকান্ত ভূঞা আদিক এৰি দিয়ে কিয়?

ঃ ক্ষমা কৰিব, ছাৰ, সকলো কথা ফাঁচ কৰি দিব নোৱাৰোঁ। তথাপি কওঁ, দোষীৰ শাস্তি হোৱা উচিত। আমি সংগ্ৰাম চলাই যাব লাগিব। গতিকে আমাৰ নিজৰ কিবা দোষ থাকিলেও আপোনাক জনাবৰ ইচ্ছা কৰা নাই। ভাল লাগিছে এই কাৰণেই যে আপোনাৰ দৰে যোগ্য আৰু জানাজাত লোকে দেশৰ শাসন-ব্যৱস্থাক ঘৃণা কৰিবলৈ ধৰিছে।

ঃ মই এতিয়া সুখী অন্ততঃ এই কাৰণেই যে মোক ধৰি অনাৰ কাৰণটো জানিব পাৰিলোঁ।

ঃ ধন্যবাদ।

তিনিজনৰ মাজৰ এজনেহে কথাখিনি কৈছিল। তেওঁৰ কথা শুনি আলোকৰঞ্জন মহন্তৰ তেওঁলোকৰ প্ৰতি থকা প্ৰতিকূল ধাৰণা সলনি নহ'ল। এই নেতাজনে নিশ্চয় মিথ্যাৰ আশ্ৰয় লৈ তেওঁৰ আগত সংগঠনটোৰ উজ্জ্বল ভাবমূৰ্তি দাঙি ধৰিব খুজিছে। তেওঁ অনুমান কৰিব পাৰিছে যে তেওঁক এৰি দিব। ইয়াৰ কাৰণ এয়ে নহয় যে তেওঁলোকৰ বিচাৰ নিৰপেক্ষ আৰু যুক্তিনিৰ্ভৰ। তেওঁ হয়তো মুক্তি দিব তেওঁৰ 'মংগলজ্যোতি'ৰ পৰা পণৰ টকা আদায় কৰিলে বা তাকে নোপোৱাৰ বাবে তেওঁক হত্যা কৰিলে তেওঁলোকে অপযশৰ পৰা অব্যাহতি নাপাব আৰু জনপ্ৰিয়তা হেৰুৱাব কাৰণেহে। মানুহ জনপ্ৰিয় হোৱাৰ এয়ে সুবিধা।

পিছদিনা তেওঁক এখন জীপত উঠোওৱা হ'ল, তেওঁৰ চকু দুটা ঢাকি পেলোৱা হ'ল। জীপগাড়ীখন প্ৰায় দুঘণ্টা চলিল। তেওঁৰ চকুৰ বান্ধ খুলি দিয়া হ'ল। তেওঁৰ হাতত তেওঁৰ ম'বাইলটো দি নমস্কাৰ জনাই ল'ৰা এটাই ক'লে— ইয়াতে নামক ছাৰ, আপুনি মুক্ত। আশীৰ্বাদ দিয়ক, ছাৰ।

তেওঁ কেৱল লৌকিকতা ৰক্ষা কৰি ধন্যবাদহে দিলে। কিন্তু আশীৰ্বাদ দিব নোৱাৰিলে। আশীৰ্বাদ দিলে যে তেওঁ নীতি-বিচ্যুত হ'ব! তেওঁ ম'বাইলটোত নম্বৰ টিপি পোনতে পুতেক অনুপমক শুভ বাতৰিটো দিলে আৰু লগতে পুলিচক খবৰ দিবলৈকো ক'লে। কিন্তু ঠাইখন কি হ'ব পাৰে তেওঁ ধৰিব পৰা নাই বুলি জনালে। তেওঁ স্বস্তিৰ নিশ্বাস ল'লে। ইয়াৰ পিছত ম'বাইলটোত টিপিলে উৰ্মিৰ নম্বৰটো। ভালেমান পৰ ৰিং হ'ল, কিন্তু সিটো মূৰত কোনো নাই। বোধহয় ফল্‌ছ ৰিং।...

# চৈধ্য

আলোকৰঞ্জন মহন্তক এৰি থৈ যোৱা ঠাইখন কি হ'ব পাৰে তেওঁ অনুমান কৰিব নোৱাৰিলে। তেওঁ চাৰিওফালে পথাৰহে দেখিলে। পথাৰ আগুৰি আছে একমাত্র দিগবলয়েহে। সুদূৰত কোনো গাঁও তেওঁৰ চকুত পৰা নাই। মাত্র পথাৰৰ মাজেদি গৈছে এটা ওখোৰা-মোখোৰ কেঁচা আলি। তাত গৰুগাড়ীৰ চকাৰ লিক বহিছে। ইয়ালৈ কিজানি জীপৰ বাহিৰে আন মটৰগাড়ী চলিব নোৱাৰে। ড্রাইভাৰটোৱে জীপখন ঘূৰাব নোৱাৰা বাবে তেওঁক তাতে নমাই অহা বাটে ঘূৰি নগৈ চিধা গুচি গ'ল। বোধহয় দূৰত ঘূৰাই এইফালে আহিব পাৰে। তেওঁৰেই ভুল হ'ল। ক'ত নমাই দিয়া হ'ল তেওঁ ল'ৰাটোক সুধিব লাগিছিল। সি হয়তো নক'লেহেঁতেন। তেনে আদেশো থাকিব পাৰে।

অলপ পৰৰ পিছত তেওঁ ম'বাইলটোৰ ৰিং শুনিলে। অনুপমৰ ফোন। এতিয়া মানে ঠাইখনৰ নাম জানিব পাৰিছেনে নাই ব্যগ্ৰ হৈ সি সুধিছে। তেওঁ ক'লে— চাৰিওফালে পথাৰ। ৰাস্তাইদি কোনোবা আহিলে তাক সুধি গম পোৱা যাব। মই ৰৈ থকা নাই। খোজ কাঢ়ি আগুৱাই আহি আছোঁ।

তেওঁ বিপৰীত দিশৰ পৰা ঘোঁৰাগাড়ী এখন আহি থকা দেখিলে। তেওঁৰ মনটো ভাল লাগি গ'ল। আধা ঘণ্টামানৰ পিছত ঘোঁৰাগাড়ীখন তেওঁৰ মুখামুখি হ'ল। তেওঁ সুধিলে— তুমি ক'ৰ পৰা আহিছা? সি গাড়ীখন নৰখাই পাছফালে আঙুলিটোহে টোৱালে।

— গাঁৱৰ নাম?

— আজাৰগুৰি।

— এতিয়া কলৈ যাবা? গাড়ীৰ পাছে পাছে খোজ দি তেওঁ সুধি গ'ল।

— পাভজানলৈ।

— এয়া কোন জিলাত?

— তাকো নাজানেনে?

— জানিলে সোধোঁ নেকি? মই বৰ বিপদত পৰিছোঁ। মোক দল এটাই ধৰি নি ন দিনৰ মূৰত ইয়াতে থৈ গ'লহি।

টিকনি, কপালত ফাকুৰ ফোঁট, আধাপকা ডাঢ়ি আৰু কান্ধত লোৱা গামোচাৰ দৰে ব্যৱহাৰ কৰা কাপোৰখনৰ পৰাই তেওঁ ধৰিব পাৰিলে যে ঘোঁৰাগাড়ী চলোৱা মানুহটো

বহুদিন অসমত থাকি বেপাৰ কৰা বিহাৰী মানুহ। সি শুদ্ধ উচ্চাৰণেৰে অসমীয়া কৈছে। তাৰ এতিয়াহে আলোকৰঞ্জন মহন্তৰ প্ৰতি কৌতূহল হ'ল।

— কেইদিনমানৰ আগতে ডাঙৰ মানুহ এজনক ধৰি নিছিল। সেইজন আপুনিয়েই নেকি?

— নামটো শুনিছিলানে?

— কিবা মহন্ত হেনো।

— তেন্তে ময়েই।

তাকে শুনি সি বৰ আগ্ৰহ দেখুৱালে। সি তাৰ গাড়ীত তেওঁক উঠাই ল'লে। গাড়ীত এবস্তা পিয়াঁজ, দুবস্তা আলু আৰু এটা টোপোলাত আছিল কেইপদমান মণিহাৰী দোকানৰ বস্তু। তেওঁৰ বহিবলৈ অৱশ্যে জেগা ওলাল।

ঘোঁৰাগাড়ীৰ গন্তব্য স্থান পাভজান। গতিকে তেওঁক পাভজানত পোৱা যাব বুলি অনুপমক তেওঁ ম'বাইলেৰে জনাই দিলে। তেওঁক লৈ যাবলৈ গুৱাহাটীৰ পৰা পুলিচ আহিবলগীয়া নহ'ল। সেই অঞ্চলৰ থানাৰ ভাৰপ্ৰাপ্ত বিষয়াজনে ওপৰৰ পৰা ফোনযোগে আদেশ পাই তেওঁক পাভজানৰ পৰা কেইবাটাও কনিষ্টবল থকা ভান এখনত গুৱাহাটীলৈ লৈ গ'ল।

তেওঁক আৰক্ষী অধীক্ষকক গটাই দিয়া হ'ল। তাতে অনুপম বৈ আছিল। অনুপমৰ গাড়ীত উঠাৰ আগতে তেওঁ আৰক্ষী অধীক্ষকক ক'লে— এতিয়া মই ওলালোঁহি বুলি যেন বাতৰি কাকতৰ মানুহক অনুগ্ৰহ কৰি যেন জনাই নিদিয়ে। মোৰ বৰ ভাগৰ লাগিছে। ঘৰ পালেই বেছি ভাগৰে মোক হেঁচা মাৰি ধৰিব।

আৰক্ষী অধীক্ষকে ক'লে— উপায় নাই। সেই বৰটোকোলা পথাৰত আপোনাক এৰি থৈ যোৱাৰ বাতৰিটো কেনেবাকৈ তেওঁলোকৰ কাণত পৰিল। গতিকে আমি নক'লেও তেওঁলোকে জানিব।

আৰক্ষী অধীক্ষক মনজিৎ সিঙৰ কথা ফলিয়ালে। আনন্দাশ্ৰৰ মাজেৰে পৰিয়ালৰ সকলোটিৰে মাজত মিলি পৰাৰ পিছত তেওঁ জিৰাবলৈ সময়কে নাপালে। ফটোগ্ৰাফাৰ আৰু সাংবাদিকৰ লগতহে তেওঁ চাহ-জলপান খাবলগীয়া হ'ল। ভালেমান প্ৰশ্নৰ উত্তৰ দি থকা সময়তে তেওঁ লক্ষ্য কৰিলে যে 'মংগলজ্যোতি' আৰু 'ঘৰজেউতি'ৰ কৰ্মীসকলেৰে তেওঁৰ ঘৰৰ সন্মুখভাগ ভৰি পৰিছে। ভিতৰত সৰু-সুৰা এখন সংবাদমেলেই বহিছে। তেওঁ বিভিন্ন প্ৰশ্নৰ উত্তৰ দি গ'ল ঃ

— আপোনাক ছিকিউৰিটীয়ে ৰক্ষা কৰিব নোৱাৰিলে কিয়?

— মোক অপহৰণ কৰা লোক থাকিব পাৰে বুলি তেওঁ কিঞ্চিতো সন্দেহ কৰা নাছিল। তেওঁ নামি যাওঁতেই মোক গাড়ীত বহি থকা অৱস্থাৰ পৰা লৈ যোৱা হ'ল।

— আপুনি কষ্ট পাইছিল নেকি?

— অকণো শাৰীৰিক কষ্ট পোৱা নাছিলোঁ। মানসিক কষ্টহে হৈছিল। মোক মাৰি পেলাব বুলি নহয়, তেনেই অকলশৰীয়া আৰু সংযোগহীন হৈ পৰা কাৰণেহে।

— আপোনাৰ মৰিবলৈ কিয় ভয় নাই?

— মোহভংগৰ অনুশীলন চলাইছোঁ কাৰণে। চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত মই ব্যক্তিগত আকাংক্ষা নাইকিয়া কৰি পেলাই ৰাইজৰ সেৱা কৰা মনস্থ কৰিছিলোঁ। ব্যক্তিগত আকাংক্ষাইহে মানুহক মুক্ত হৈ থাকিবলৈ বাধা দিয়ে।

— তেন্তে আপুনি পুনৰ আগৰ কৰ্মজীৱনলৈ ঘূৰি যাব?

— নিশ্চয়। 'মংগলজ্যোতি'ৰ কাৰ্যাৱলীয়েই হ'ব এক প্ৰত্যাহ্বান।

— অপহৰণকাৰীসকলৰ প্ৰতি আপোনাৰ ধাৰণা কেনেকুৱা?

—এইটো বৰ কঠিন প্ৰশ্ন। যি উদ্দেশ্যৰে অপহৰণ কৰা হয় সেই উদ্দেশ্যৰেই মই ঘোৰ বিৰোধী। এই কথা তেওঁলোকৰ নেতা দুজনমানক মই কৈ দিছোঁ। অৱশ্যে তেওঁলোকৰ প্ৰত্যেকেই মোক খুব ভাল ব্যৱহাৰ কৰিছিল, আনকি তেওঁলোকে শ্ৰদ্ধা কৰিছিল যেন্েই লাগিছিল। সেয়া কপটালি নে সৌজন্য মই ঠাৱৰ কৰিব নোৱাৰোঁ। কিন্তু এটা কথা ঠিক যে মোৰ প্ৰতি সহানুভূতিশীল হৈ বা সশ্ৰদ্ধ হৈ তেওঁলোকে মোক এৰি দিয়া নাছিল, মোক এৰি দিছিল প্ৰেছৰ, মানে আপোনালোকৰ সুন্দৰ ভূমিকাৰ কাৰণেহে। বাতৰি কাকতে ৰাজ্যখনত এনে অৱস্থাৰ সৃষ্টি কৰিছিল যে মোৰ ক্ষতি হ'লে— এই ক্ষতি দীৰ্ঘ কাৰাবাস, মুক্তিপণ আদায় বা হত্যা হ'ব পাৰে— তেওঁলোকৰহে বেছি ক্ষতি হ'ব।...

আলোকৰঞ্জন মহন্তক দেখা কৰিবলৈ অহাসকলৰ মাজত নিৰাপত্তাৰক্ষী পুৰঞ্জয় ডেকা আৰু উৰ্মি ৰাজখোৱাক দেখা নগ'ল। তেওঁ চিন্তিত হ'ল। তেওঁ পুৰঞ্জয় ডেকাৰ খবৰ লোৱাত 'মিলনজ্যোতি'ৰ কাৰ্যালয়ৰ সহায়ক গহীন শইকীয়াই ক'লে— পুৰঞ্জয়ে নিজৰ ওপৰত বিশ্বাস হেৰুৱাই ক্ষোভেৰে সেইদিনাই কাম ইস্তফা দিলে। অৱশ্যে এতিয়া তেওঁ ইয়াতে আছে। আপোনাৰ আগত মুখ দেখুৱাবলৈকে তেওঁ লাজ পাইছে। আমি ইমান ধৰিলোঁ! কিন্তু তেওঁ আপোনাৰ ওচৰলৈ নাহিল।

এতিয়া তেওঁ ক'ত আছে বিচাৰি চাওকচোন। মই মাতিছোঁ বুলি কওক। আলোকৰঞ্জন মহন্তই আদেশৰ সুৰত ক'লে। তেওঁ দেহত শিহৰণ অনুভৱ কৰিলে। কাৰণ পুৰঞ্জয় ডেকাৰ পৰাই মনে বিচাৰি ফুৰা সেইগৰাকী ব্যক্তিৰ খবৰ পোৱা যাব।

অৱশেষত কুঁচি-মুচি তেওঁৰ আগত থিয় হৈ সেমেকা চকুৰে তেওঁলৈ চাই পুৰঞ্জয় ডেকাই চেলাম থুকিলে। তেতিয়া আলোকৰঞ্জন মহন্তৰ ওচৰত আছিল অভিযন্তা বিমান দাস, কেৰেণী গহীন শইকীয়া আৰু দুজন ওচৰ-চুবুৰীয়া। তেওঁ ক'লে— অনুগ্ৰহ কৰি আপোনালোক এখন্তেক ইয়াতে বহক। মোৰ ডেকাৰ লগত অলপ বেলেগ কথা আছে।

এইবুলি কৈ আলোকৰঞ্জন মহন্তই পুৰঞ্জয় ডেকাক ওচৰৰ সৰু কোঠালিটোলৈ লৈ

গ'ল। দুটা কোঠা সংলগ্ন কৰা দুৱাৰখন জাপ খালে। বিছনাৰ ওচৰত থকা চকী দুখনত দুয়ো মুখামুখিকৈ বহিল। এতিয়া দুয়োৰে বিশ্ৰম্ভালাপ।

মহন্ত ঃ মই ভাবোঁ, তোমাৰ কোনো খেদ থকা অনুচিত। তুমি উপযুক্ত মানুহ; তোমাৰ ওপৰত মোৰ আস্থা আছে। তুমি আমাৰ তাত আকৌ কাম কৰিব লাগিব।

ডেকা ঃ কথাকেইটা শুনি এতিয়াহে মনটো ভাল লাগিছে।

মহন্ত ঃ উৰ্মি ৰাজখোৱাৰ খবৰ কি? তেৱোঁ সুবৰ্ণ বৰকাকতীহঁতৰ লগতে আহিব বুলি ভাবিছিলোঁ।

ডেকা ঃ ইয়াৰ বহুত কথা, ছাৰ। আপুনি দুখ পাব বুলিহে এওঁলোকে ইমানপৰে কথাটো কিজানি নুলিয়ালে। অৱশ্যে তেওঁৰ ঘৰ মোৰ ঘৰৰ ওচৰতে কাৰণে ময়ে প্ৰথম খবৰটো এওঁলোকক— বিমান দাস, হৰিচৰণ, গহীন শইকীয়াহঁতক দিছিলোঁ।

মহন্ত ঃ তেন্তে কি হ'ল? অকণো কথা নুলুকুৱাবা। কোৱা। শীঘ্ৰে কোৱা। পাতনি নেমেলিবা।

ডেকা ঃ আপোনাক সিহঁতে লৈ যোৱাৰ পিছত, পোনে পোনে পুলিচক খবৰটো দি ঘৰ পায়েই মই ভাবিলোঁ— ৰাজখোৱা বাইদেৱে আনৰ মুখে কথাটো শুনিলে বেয়া পাব বুলি নিজে ঘৰলৈ গৈ কথাটো কওঁগৈ। কোৱাৰ পিছত তেওঁৰ মুখখনে নিমিষতে কেইবাটাও বৰণ সলালে। ধাচ্‌কৰে মজিয়াত পৰি গ'ল। কিছুসময় তেওঁ অচেতন। পিছত চেতন অহাতহে কথা বেছি বিষম দেখা গ'ল। তেওঁৰ মাত হেৰাল। উৰ্মি ৰাজখোৱা বাইদেৱে তেতিয়াৰ পৰা কেইবাদিনলৈ মাত ঘূৰাই নোপোৱাত ঘৰৰ সকলো চিন্তিত। মাত হেৰাল যেতিয়া মানুহজনীৰ আৰু থাকিল কি? ডাক্তৰে ক'লে— অকস্মাৎ মনত আঘাত পালে, চঁক খালে, এনে হয়। ডাক্তৰে কয়— কিবা হেনো ট্ৰ'মা বুলি।

আৰু কিবা সুধিবলৈকো আলোকৰঞ্জন মহন্তৰ মাতটো গলতে ৰৈ গ'ল। অলপ পৰৰ পিছত নিজকে চম্ভালি তেওঁ ক'লে— মই মুক্তি পোৱাৰ খবৰটো তেওঁক নিশ্চয় দিছা?

পুৰঞ্জয় ডেকাই ক'লে— তেখেত ইয়াত নাই নহয়, ছাৰ। বৰপুতেক প্ৰাঞ্জল দিল্লীত ডাঙৰ কোম্পানী এটাত ভাল কাম কৰে। ছফ্‌টওয়াৰ ইঞ্জিনিয়াৰ। এজন বিখ্যাত এক্সপাৰ্টক দেখুৱাবৰ বাবে পুতেকে পৰহিয়েই মাকক লৈ গ'ল।

আলোকৰঞ্জন মহন্তই দুখন হাতৰ তলুৱাৰে মুখখন ঢাকি পেলালে— নিশ্চয় চকুলো লুকুৱাবলৈকে। পুৰঞ্জয় ডেকাই পৰিস্থিতিটোৰ গভীৰতা বুজি পালে। ডেকা মনে মনে থাকিল। অলপ পৰৰ পিছত আলোকৰঞ্জন মহন্তৰ মাতটো শুনা গ'ল— তেওঁৰ ঘৰত আৰু কোন কোন আছে? পুৰঞ্জয় ডেকাই ক'লে— বিয়া দিয়া জীয়েক চন্দ্ৰা আৰু সিহঁতৰ দেউতাক বিশ্বম্ভৰ ৰাজখোৱা। হাঁপানী বেমাৰটোৱে দিগ্‌ দি থাকে বাবেই তেখেত ৰাজখোৱা বাইদেউৰ লগত দিল্লীলৈ নগ'ল।

মহন্তক দেখা কৰিবলৈ অহা মানুহখিনি ৰাতি ন বজালৈকে আহি থাকিল। তাৰ

পিছত ঘৰখন নিজম। ঘৰত পৰিয়ালৰ আটাইকেইটা প্ৰাণী আছে। তথাপি এনে নিৰ্জনতা তেওঁ কেতিয়াও অনুভৱ কৰা নাছিল। মনত বহুত চিন্তা। কিছুমান বিমূৰ্ত, কিছুমান বেদনাদায়ক আৰু সকলোৰে ঊৰ্ধ্বত এক বিশেষ চিন্তা। এই খবৰটো, তেওঁ মুক্তি পোৱাৰ এই বিশেষ খবৰটো ঊৰ্মিৰ জীয়েক চন্দ্ৰা নাইবা স্বামী বিশ্বম্ভৰ ৰাজখোৱাই ফোন যোগে পুতেকক দিল্লীত জনোৱাৰ প্ৰয়োজন নাই, বাতৰি কাকতেৰেই তেওঁ খবৰটো পাব। যদি খবৰটো পাই ঊৰ্মিৰ শোকৰ উপশম ঘটে আৰু যদি তেওঁ...

সম্ভাৱনাটোৱে আলোকৰঞ্জন মহন্তৰ মনটো উজলাই তুলিলে। কোমল কোমল অনুভূতিয়ে জীপাল কৰা তেওঁৰ মনটোত এতিয়া সৃষ্টিৰ উন্মাদনা। তেওঁ এতিয়া মনেৰে সেই পূৰ্বৰ যুৱকজন যি কবিতা লিখিছিল, কবিতাকেইটাই গাভৰু ঊৰ্মিৰ মনত উম দিছিল আৰু জীৱনৰ বিয়লি বেলাতে ঊৰ্মিয়ে তেওঁক তেনে এজন আলোকৰঞ্জন মহন্ত হোৱাটো আশা কৰিছিল।

নিশাটো আগবাঢ়ি মাজনিশা হৈছে। যদি তেওঁ এতিয়া কুলি-কেতেকীৰ মাত শুনিলেহেঁতেন, পাহাৰী জুৰিৰ কুলু কুলু ধ্বনি শুনিলেহেঁতেন, কোনোবা গাঁৱলীয়া ডেকাৰ কণ্ঠত ভাওনাৰ বিলাপ শুনিলেহেঁতেন, তেন্তে তেওঁ অতিশয় ধন্য হ'লহেঁতেন আৰু মনটোও প্ৰণয় আৰু বাসনাৰে দিখৌপৰীয়া সেউজ হ'লহেঁতেন। কিন্তু এইখন গুৱাহাটী। অৱশ্যে ইয়াতো মাজনিশাৰ নিজস্বতা আছে। ৰাজপথেদি পাৰ হোৱা দুই-এখন মটৰগাড়ীয়ে নিস্তব্ধতা বৃদ্ধিহে কৰিছে। সেইদৰে মাজে মাজে ৰে'লগাড়ীৰ উকিয়েও। দুটা-এটা অচিন পখীৰ কণ্ঠ-কাকলি এতিয়াও মাজে মাজে গুৱাহাটীত শুনিবলৈ পোৱা যায়। এতিয়া আলোকৰঞ্জন মহন্তই তাকেই শুনিবলৈ পাইছে। মাজনিশাৰ এনে মাদকতাই তেওঁৰ মনত ইন্দ্ৰজালৰ আৱেশ ৰচনা কৰিছে। তেওঁ এতিয়া আত্মবিভোৰ। তেওঁ ডায়েৰী পাতটোত গাঁথি গৈছে শব্দৰ মুকুতামালা। যেন কোনো এক অজান শক্তিয়ে তেওঁৰ হাতেদি এই কাম কৰিছে—

এৰাবাৰীৰ শিমলুফুলৰ স্বপ্ন
তটিনী-বুকৰ মাৰ যোৱা বেলিৰ দৰে
নিঃশেষ হ'ল।
নবীন স্বপ্নৰ উদয়
অণুক্ষণে ক্ষণে ক্ষণে গোপনে গোপনে
এয়া যেন মৰমৰ বাসন্তী সেন্দূৰ
বুটা বছা বিয়লিৰ হেঙুলীয়া বোল।

যন্ত্ৰবৎ মানুহৰ দম্ভ-লালসাত
থৰে থৰে কঁপিছে বসুধা

বতৰবো ব্যতিক্ৰম
বিক্ষতা প্ৰকৃতি আৰু
ধাতুৰ বিকৃতি
তথাপি
সময়ৰ বোকোচাত উঠি
সোণোৱালী পানচৈত
আহিল নতুন আশা
অণুক্ষণে ক্ষণে ক্ষণে গোপনে গোপনে
এয়া যেন সদ্যস্নাতা লাজুকী প্ৰেয়সী
এয়া আকাশীলতাৰ আকুলতা
এক দুৰ্মদ প্ৰতিশ্ৰুতি।

জলে-স্থলে ঘনে ঘনে ক্ৰান্তিৰ নিদাঘ
অতিক্ৰান্ত গ্ৰীষ্ম-বৰ্ষা-শীত
তথাপি যে ঋতুৰাজ অক্ষয়-অব্যয়!
সেয়েহে ফাগুন আহে
অনুক্ষণে ক্ষণে ক্ষণে গোপনে গোপনে
ৰূপে-ৰসে-গন্ধে আৰু—
থাকি যায় থাকি যাব
অলক্ষিতে অজানিতে
মায়াৰ সৰসিত
মাটিৰ পৃথিৱীত
হৃদয়ত
আৰু মন-গহনৰ
বৃন্দাবনী জোনাকত।

চিগাৰেটডাল জ্বলি জ্বলি আঙুলি দুটাৰ কাষ পাই আপোনা-আপুনি নুমাই গ'ল। তেওঁ চিগাৰেটডাল মজিয়াত পেলালে। তেওঁ বাস্তৱলৈ ঘূৰি আহিল। কবিতাটো আবৃত্তি গোৱাৰ দৰে পঢ়ি তেওঁ আচৰিত হ'ল। এতিয়া তেৰোঁ এনে কবিতা লিখিব পাৰেনে? তেওঁ কবিতাটোৰ ওপৰত ইয়াৰ নাম দিলে— বৃন্দাবনী জোনাক।

সৃষ্টিৰ পুলক সঁচাকৈয়ে ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। সেই পুলকানুভূতিৰে তেওঁ ভাবিলে— দিল্লীৰ হস্পিটালত উৰ্মিক তেওঁ দেখা পোৱাৰ লগে লগে তেওঁ তলমূৰ

কৰিব আৰু দুগালেদি চকুলো বোৱাব। তেওঁ কবিতাটো উৰ্মিৰ হাতত দিব। উৰ্মিয়ে পঢ়িব— মনে মনে। হঠাৎ উৰ্মিয়ে শেষ কথাকেইটা প্ৰথম মাতটো ঘূৰাই পাই গাব—

মায়াৰ সৰসিত

মাটিৰ পৃথিৱীত

হৃদয়ত

আৰু

মন-গহনৰ বৃন্দাবনী জোনাকত।

তাৰ পিছত উৰ্মিয়ে কি কৰিব? নিশ্চয় তেওঁৰ ওচৰলৈ আহি দুখন হাতেৰে তেওঁৰ সোঁহাতখন খামোচ মাৰি ধৰি মায়াময় দৃষ্টিৰে তেওঁৰ চকুলৈ চাই ক'ব— ইমান দিনৰ মূৰত তোমাক যিদৰে বিচাৰিছিলোঁ ঠিক সেই মানুহটোকে পাইছোঁ।



# প্ৰাণ সাউদৰ নাও

আগলৈ এনে এটা কাণ্ড ঘটিব পাৰে বুলি হিচাপ কৰি আগবাঢ়িবলৈ হ'লে কোনেও কাৰো প্ৰেমত নপৰিলহেঁতেন। মদন, তুমি জানো আগতে এনেবোৰ সন্দেহ কৰিছিলা ?— তৰালিৰ কথাষাৰ শুনি মদন মুগ্ধ হ'ল। তাই যে ইমান দকৈ কথাটো ভাবিব পাৰিছে এইটোৱেই তাৰ কাৰণে বৰ সন্তোষৰ কথা। তাইৰ অকল দেহটোৱেই পূৰঠ নহয়, মনটোও পূৰঠ। তাই এইকেইটা কথাৰে বহুত কথা বুজাব খুজিছে। কোনোবাই কাৰোবাক ভাল পায়, সেয়া দেহ-মনৰ বিনন্দীয়া ৰূপৰ বাবেই নহয়, সংগ পোৱাৰ সুযোগ ঘটাৰ বাবেও নহয়; আচলতে এয়া ঘটি যায়, এয়া কিবা অচিন টৌৰ খেলা। ইয়াত যুক্তিৰ বা ভূত-ভৱিষ্যতৰ আৰু সন্দেহ-আশংকাৰ ঠাই নাই। মুঠতে ঘটি যায়; দৈৱক্ৰমেও হ'ব পাৰে, আৱেগৰ বলতো হ'ব পাৰে, অজানিতে, অকস্মাতে জীপাল হৈ পৰা প্ৰেম আৰু বাসনাৰ তাড়নাতো হ'ব পাৰে। মুঠতে আৱেগ, আৱেগ, প্ৰচণ্ড আৱেগ। আৱেগৰ পালতৰা নাওখন চলায় হৃদয়ে। এৰা, দুখনি হৃদয় ধন্য হৈছে। দুনিয়াত যেন সিহঁতেই প্ৰথম নৰ-নাৰী।

মদনক নিমিষতে ভাবনাৰ চাকনৈয়াই দূৰ আকাশৰ নীলিমৰ লগত মিলাই দিলে। এক অপাৰ্থিৱ মন আৰু আঠাইছবছৰীয়া এক সুঠাম শৰীৰ। দুফালে আহল-বহল সেউজ পথাৰত ব'হাগৰ এই নিৰ্জন দুপৰত পুলি ধানৰ ওপৰত নৈৰ্ পৰা বলা বতাহজাক নাচনী হৈছেহি। সন্মুখত থকা শুৱনি নৈখনে সিহঁতৰ মনত যাদু খেলিছেহি। কপিলী নৈ। সোণৰ কপিলী, ৰূপৰ কপিলী, ক্ষণে ক্ষণে অণুক্ষণে এই অপৰূপা তটিনীৰ দেহ জুৰ কৰা ৰং। কেইজাকমান ভাল বৰষুণ পৰিছিল বাবে ভৰযৌৱনাৰ দৰে কপিলীৰ বুকুখন ওফন্দি পৰিছে, সোঁতো খৰতকীয়া হৈছে, সোঁতৰ খলকনিবোৰ যেন নিচুকনি গীত হৈছে।

ডাঠ সেউজীয়া পাতৰ ছাতিটোৰ দৰে বয়সিয়াল আঁহতজোপাৰ ঘন ছাঁত সিহঁতৰ বাহু বান্ধোনৰ সাক্ষী মাথোন ডালত বহি গীত গোৱা কেইবাবিধো চৰাই, পিয়াহ-আতুৰ কিছুমান কাউৰী আৰু নৈত ছোঁ মাৰি মাছ ধৰা দুটিমান গঙ্গাচিলনী। নৈৰ পাৰত মথাউৰিটো পশ্চিমৰ পৰা ওলাইছে পাভজানৰ পৰা, পুবে সোমাইছেগৈ মদনৰ গাঁৱত। জলজখলাত। ইয়াৰ তিনি কাষৰ সীমাত ঘন ঘন আজাৰ গছ। এতিয়া আজাৰ গছ পুষ্পিতা। কি যে সুন্দৰ আজাৰ ফুলৰ ৰং! মদনৰ চকুত সমস্ত জগতেই বিনন্দীয়া। মনৰ ৰঙে প্ৰকৃতিৰো ৰহণ চৰাইছে। তাৰ বুকুৰ আধাত তৰালিৰ ডিঙিৰ ওপৰ ভাগ। সময়বোৰ পাৰ হৈছে। আদি-অন্তহীন সময় যেন কপিলীৰ এই বিস্তীৰ্ণ তীৰত থমকি ৰৈছে।

হঠাৎ কিছুমান অচিন শব্দ। সিহঁত চমকি উঠিছে। এপাল বন কুকুৰাক এটা হেপাই খেদি ফুৰিছে। এইবোৰ আহিছে জলজখলাৰ লগালগি হৈ থকা জোপোহা গছৰ হাবিখনৰ পৰা। এইখন হাবিত শহা আৰু কেঁটেলা পহুও বহুত। দুটামান হেনো হগাগেন্দেৰাও আছে।

এনে আচহুৱা শব্দই সিহঁতক দিঠকৰ পৃথিৱীখনলৈ নমাই আনিলে। কাপোৰ-কানিবোৰ সাথন লগাই সিহঁত থিয় হ'ল। মদনে ওপৰলৈ চালে। এচিকটাও ডাৱৰ নথকা আকাশখনত দয়াহীন সূৰুযে চোকা ৰ'দ ঢালিছে। সিহঁতে দূৰৈত দেখিছে যে ধানৰ থৈলা বোজাই কৰা চাইকেলখন টানি টানি মথাউৰিয়েদি পাভজানৰ বনমালী আহি আছে। দুজনী তিৰোতাৰ মূৰখোৱা বনমালী কেওটে সিহঁতক দেখা পোৱাটো পুলিচৰ চকুত চোৰ ধৰা  পৰাৰ দৰেই। মতা মানুহ যদিও তাৰ স্বভাৱটো টুটকীয়া। নিঠৰুৱা বুঢ়ীকেইজনীমানৰ দৰে সি অ'ৰ কথা ত'ত লগাই ফুৰে, টৌটোকে ৰৌটো কৰে। মানুহে তাক চৰকাৰী গেজেপ (গেজেট) বোলে। তাক দূৰত দেখিয়েই তৰালিয়ে খঙতে ভোৰভোৰাবলৈ ধৰিলে। এই দুপৰীয়া চোতাল-ফটা ৰ'দত নিধকটো এইফালে আহিবলৈ আৰু সময় নাপালে! হেৰ', তোৰ দেখোন ঘৰত খাওঁতাই নাই। যি তিনিটা ল'ৰা-ছোৱালীৰ জন্ম দিলি সিহঁতো তোৰ আওহেলা সহিব নোৱাৰি নিজৰ নিজৰ মোমায়েকহঁতৰ ঘৰলৈ গ'লগৈ। তই লোকৰহে দোষ দেখ, তোৰ পিছে নিজৰ গৰব কৰিবলৈ কিটো আছে?

তৰালিৰ ভোৰভোৰণি শুনি মদনে ক'লে, 'জোনৰ মুখত ডাৱৰ দেখোন! কাৰ ওপৰত ৰোষ?'

আঁহত গছৰ গাত নিজকে লুকুৱাই তৰালিয়ে ক'লে, 'দেখিছানে নাই? সৌ নিধকটো, বনমালী; বনমালী কেওট, এইফালেই আহি আছে। তাৰ যদি চকুত পৰিছে, তেন্তে আমাৰফালে আইধা। দুইখন গাঁৱেই জানিব, পিতায়ে শুদাই নেৰিব। ই বনমালী মানুহ নহয়, গেজেট; গেজেট, খবৰা কাকত, খবৰা কাকত।'

তাই বৰ অস্থিৰ হৈ পৰিল। তাৰ মুখলৈ চাই তাই ক'লে, 'অ', তুমি হাঁহিছাহে। আচৰিত মানুহ তুমি। মই নৈৰ গৰাত লুকাই যাওঁ। তুমি পশ্চিমে গৈ থাকা।'

তাই হঠাৎ নোহোৱা হ'ল। গৰাৰ তলত, নৈৰ সমতলত নিশ্চয় ফোঁপাই ফোপাই তাই বহি আছে। তাইক শুনাই শুনাই সি ক'লে, 'সেই কেলেহুৱাটোলৈকে যদি ভয় কৰা, তেন্তে তুমি মোক ভাৰসা নকৰা। প্ৰেমে নিৰ্ভয় দিয়েনে, ভয়াতুৰ কৰে? মোৰে শপত, তৰালি, তুমি নৈৰ পৰা উঠি আহা। এটা কেলেহুৱাটোৰ নিন্দালৈ আমি ভয় কৰা উচিত হ'ব জানো?'

তাই তাৰ কথা নুশুনিলে। অৱশ্যে তাকো সতকাই নিৰ্ভীক প্ৰেমিক বুলি কোৱা টান। তাৰো ইচ্ছা, কথাটো তৰালিৰ ঘৰখনে জানক। কথাটো জনাৰ পিছত তৰালিৰ বাপেকে কেনে মূৰ্তি ধৰে তাকে জানিবলৈ তাৰ বৰ কৌতূহল।

বনমালী নিঃশব্দে পাৰ হৈ যাব বুলি মদনে ভাবিছিল। সি মদনলৈ ভয় কৰে। পিছে

নৰ ফালে চাই চাই আহি সি ক'লে, 'ইয়াত আৰু কাৰোবাক দেখিছিলোঁ নহয়?' মদনে একো নমতা দেখি সি সুধিলে, 'তই ইয়াত কিয় ৰৈ আছ?'

মদনে খঙেৰে ক'লে, 'তোকে ধৰিম বুলি খাপ পিটি আছোঁ। কাৰ ঘৰৰ পৰা এই দুবস্তা ধান আনিছ মই নাজানো নেকি? টকা দি আনিছিলি?'

বনমালী নিমাত। মদনৰ ধমকিটো কামত আহিল। মুখেৰে নমতাক লৈ সি কাৰোবাৰ ঘৰৰ পৰা ফাঁকি-ফুকা দি ধানখিনি আনিছে। নিশ্চয় কোমল ধান। আজিকালি সি ৰোজকাৰৰ বাট এটা বিচাৰি পাইছে। ঢেঁকীত ধান খুন্দুৱাই চহৰৰ 'অসমীয়া জলপান' নামৰ দোকান এখনত বেচি সি টুক্‌টাক্‌কৈ চলি আছে। তাক দেখি বেয়াও লাগে। কম দুৰ্ভাগ্য তাৰ জীৱনত ঘটা নাই। তথাপি পৰৰ বদনাম গোৱা দস্তুৰটো সি এৰিব পৰা নাই।

মদনৰ অসহ্য লাগিছে। এইডাল ধমক খাই গুচি যাব লাগিছিল। নাই যোৱা, সি কিবা ক'বহে খুজিছে হ'বলা। ইফালে গৰাৰ তলত বহি বহি তৰালিৰ কষ্টও হৈছে, আমনিও লাগিছে কিজানি।

ই সঁচাকৈয়ে খেচেৰা। সি মদনক এইবাৰ বিপদত পেলাম বুলি ভাবিলে। ক'লে, 'মিছায়ে ৰৈ আছ কিয়? ব'ল, একেলগে কথা পাতি যাব পাৰিম।' মদনে ক'লে, 'তই যাবি তোৰ ঘৰলৈ, মই যাম মোৰ ঘৰলৈ। তেন্তে একেলগে কেনেকৈ যাম?'

— মই ভাবিছিলোঁ, তই জলজখলাৰ পৰা এই ৰ'দখনত পাভজানত তৰালিক লগ পাবলৈ আহিছ।

—তোক কোনে ক'লে, মই তৰালিৰ ঘৰলৈ যাওঁ বুলি?

— তাইৰ ঘৰলৈ যে নাযাৱ, কথাটো ঠিক। তইঁতৰ লগ পোৱাৰ বিশেষ বিশেষ ঠাই আছে নহয়।

— বুইছ বনমালী, তোৰ দৰে তলখুঁচৰীয়া মানুহক গঞাই পিটি গুৰুলাগুৰুল কৰিব লাগে। লোকৰ আবিয়ৈ ছোৱালীজনীৰ বদনাম ৰটিলে তাই আৰু তাইৰ ঘৰখনৰ যে ডাঙৰ অপকাৰ কৰা হয়, এইবোৰ কথা তইঁতে ভাবি চোৱা উচিত। এনে বিবেচনা নাই কাৰণেই তোৰ আজি এই অৱস্থা। সংসাৰ কৰিবলৈ তই ভাগ্যক ধিয়াই নাহিলি কাৰণেই তই আনৰ সংসাৰত জুই জ্বলাবলৈ চান্দি থাক। গুচ তই, মোৰ ওচৰৰ পৰা। মই তোৰ মুখ নাচাওঁ।

বোজাৰে সৈতে চাইকেলখন পোনকৈ ধৰি ৰখা বনমালীৰ ফালে মদন চোঁচা মাৰি যাওঁতে নিধকটোৱে তামোলৰ দাগ লগা, ফাঁক থকা দাঁত দুপাৰি উলিয়াই হাঁহি হাঁহি ক'লে, 'মাৰ, মাৰিব খুজিছ যদি মাৰ। কিন্তু মনত ৰাখিবি, বেৰৰ জোলোঙাবো কাণ আছে। ইতিমধ্যে জনাজনি হ'লেই। উস্ ৰাম, আমাৰ গাঁৱত তেনেই নোহোৱা-নোপজা কথা।'

মদন স্বৰগ পৰা মানুহৰ দৰে থৰ লাগি ৰ'ল। সি চকুহাল মুদি দিলে। ইমান পৰে চৌদিশৰ চোকা ৰ'দে তাৰ চকুহালক পীড়া দি আছিল। কিছু সময় চকু মুদি থকাৰ পিছত সি চকু মেলি চাই দেখিলে, তৰালি তাৰ নিচেই কাষতে থিয় দি আছে। বনমালী

তেতিয়া ভালেমান নিলগত।

তাই ক'লে, 'সি আজি গোটেইখন গাঁৱতে ৰৌজাল-বৌজাল লগাব।'

সি ক'লে, 'লগাবলৈ হেনো বাকী নাই। জানেই হেনো মানুহে।'

'তথাপি তোমাৰ এনে ভাব, যেন একোৱেই হোৱা নাই।'

'মই আগতেই কৈছোঁ, আমাৰ এই ভালপোৱাই মোক নিৰ্ভয় কৰিছে। নিশ্চয় তোমাকো।'

'তেন্তে কিয় গোপনে লগ খাইছোঁ?'

'কাৰণ এনে স্বাভাৱিক মিলামিছাক এতিয়াও আমাৰ এইফালৰ গাঁওকেইখনৰ মানুহে মানি ল'ব পৰা নাই। আমি এইফালে চলি থকা যুগটোতকৈ অগবাঢ়ি আছোঁ।'

'মই ভাবিছোঁ, কথাবোৰ কিবাহে হৈছে।'

মদনে তাইৰ মেখেলা-চাদৰত লাগি থকা গুড়ি গুড়ি মাটিবোৰ টুকুৰিয়াই টুকুৰিয়াই আঁতৰাইছে। সি তাইক পাভজানৰ ফালে আগুৱাই থৈ উভতি আহি আকৌ সেই গছজোপাৰ তলত বহিছেহি। খন্তেক আগৰ স্মৃতি অকলে ৰোমন্থন কৰি সি বিভোৰ হৈছে। কিজানি-এয়ে শেষ। এই নদী, এই সুন্দৰ সেউজীয়া পাৰ, প্ৰখৰ ৰ'দত গছৰ এই ডাঠ ছাঁ আৰু ওচৰত তৰালি; এইবোৰ কিজানি তাৰ সদায় সপোন সপোন লাগিব। ইয়াৰ কাৰণে সিহঁতৰ গোপন মিলন নহয়, কথাটো ৰাষ্ট্ৰ হোৱাও নহয়; কাৰণটো স্বয়ং ঠিকাদাৰ বলেন ভূঞা। তেওঁ সাংঘাতিক মানুহ। অতিপাত জেদী। লংকাৰ বজাৰত কৰ তোলা মহৰী হৈ থকাৰ দিনৰে পৰাই মানুহটো জেদী। পিছত চাইকেল মাৰি আলি বন্ধোৱা ঠিকাদাৰ। তাৰ পিছত গেলামালৰ দোকানী, আৰু শেষত জীপ গাড়ী চলোৱা, চৰকাৰী ঘৰ সাজিফুৰা ঠিকাদাৰ। এতিয়া তেওঁৰ ঠিকা-ঠুকলি একো নাই। দোকানখনহে দিনে দিনে ডাঙৰ হৈছে। ঠিকাত হেনো আজিকালি লাভ নোহোৱা হৈছে। দেশত ঠিকা-ঠুকলিও কমি আহিছে আৰু কাম শেষ কৰাৰ পিছতো চৰকাৰৰ ধন পাবলৈ বহু ঠিকাদাৰ বছৰ বছৰ ধৰি বৈ থাকিবলগীয়া হৈছে। ভালেমান ঠিকাদাৰ দেউলীয়াও হৈছে। অৱশ্যে ডাঙৰ ডাঙৰ ঠিকাদাৰবোৰেহে মন্ত্ৰী-বিষয়াৰ বুকুৰ কুটুম হৈ ৰাজপাট খাইছে। বলেন ভূঞাই কিন্তু বুধিয়কৰ কাম কৰিলে। জমা টকাৰে বহুত মাটি কিনিলে। তদুপৰি তেওঁৰ দোকানখনত 'হোলছেল' চলে। বিৰাট দোকান। দহটা মানুহে একোটা সময়তে মাল বেচি ৰক্ষা নাপায়। কপিলীৰ দুই পাৰৰ এইফালৰ আঠাইছখন গাঁৱৰ সৰু-বৰ গেলামালৰ দোকানীয়ে বলেন ভূঞাৰ দোকানৰ পৰা মাল নিয়েহি। দোকানখনৰ নাম এটাও আছে ঃ ভূঞা হোলছেল ষ্টোৰ্ছ। দিনৌ ইয়ালৈ ট্ৰাকেৰে মাল আহিয়েই থাকে।

এতিয়া তেওঁৰ অনায়াসে বহু টকা লাভ হয়। আগতে বলেন ভূঞা কেৱল জেদী আছিল। এতিয়া বেছি আঢ্যৱন্ত হোৱাত তেওঁ জেদী, অহংকাৰী আৰু উতনুৱা। ষাঠি বছৰ বয়সতো তেওঁ মাৰ-পিট কৰে। আজিকালি তেওঁৰ কথাৰ সুৰো সলনি হৈছে।

তেওঁ হুকুম দিয়াৰ দৰে কথা কয়। তদুপৰি বংশগৌৰবো বখানি ফুৰে। ব্ৰিটিছৰ দিনত হেনো তেওঁৰ এজন আজোককাকে প্ৰথম মহাসমৰত বিদেশত ৰণ কৰিছিল আৰু চৰকাৰৰ ঘৰৰ মেডেল পাইছিল। একালত হেনো তেওঁলোকৰ বংশৰ লোক এজন এখন মহাপুৰুষীয়া সত্ৰৰ অধিকাৰ আছিল। সেই সত্ৰখন বৰনৈয়ে উটাই নিয়াত বংশৰ সকলো লোক কপিলীৰ পাৰৰ পাভজানত বসতি স্থাপন কৰা প্ৰায় চাৰি পুৰুষ পাৰ হৈছে।

ঠিকাদাৰ যদিও বলেন ভূএগ বহুত নিয়ম-কাৰণ মানি চলা মানুহ। পুৱা গোসাঁইঘৰত প্ৰাৰ্থনা কৰে। পিন্ধনত সদায় ধুতী-কুৰ্তা। আঁতৰলৈ গ'লে হোটেলৰ বস্তু নাখায়, ফলমূলহে খায়। তেওঁ বামুণ লগাই কাজ-কৰম কৰা মানুহৰ ঘৰলৈ নাযায়।

মদন লস্কৰৰ ভাবি আচৰিত লাগে এনে এটা বাপেকৰ তৰালিৰ দৰে ছোৱালী এজনী থকা বাবেহে। এইটো কেনেকৈ সম্ভৱ হ'ল? অৱশ্যে তাইৰ মাকজনী বৰ সাদৰী তিৰোতা। এতিয়ালৈকে ধনৰ গৰ্বই মাকক চুব পৰাগৈ নাই।

এৰা, হুমুনিয়াহ পাৰি মদনে ভাবে, সিহঁতৰ জীৱনলৈ ডাঙৰ দুৰ্যোগ নামি আহিব। তালৈ বেছি দিন নাই। হয়তো আজিৰ পৰাই সিহঁতে এই দুৰ্যোগৰ মুখামুখি হ'ব লাগিব। সি পিছ হুঁহকিলে নহ'ব। সি পুৰুষৰ চিন দেখুৱাব লাগিব। বিধিৰ কি বিড়ম্বনা! কপিলীপৰীয়া মানুহখিনিৰ ভিতৰত যাক আটাইতকৈ সি বেয়া পায় আৰু অন্তৰৰ পৰা ঘিণ কৰে, সেই নধনী অহংকাৰী মানুহটোৱেই আকৌ তৰালিৰ পিতৃ। একো অসম্ভৱ কথা নহয়। ভক্ত প্ৰহ্লাদৰ পিতৃয়েই দেখোন অসুৰৰ ৰজা হিৰণ্যকশিপু!

নৈৰ পাৰৰ পলস পৰা উকা মাটিত ব'হাগৰ ছেগা-চোৰোকা বৰষুণ পাই গজা কুমলীয়া ঘাঁহত শহাপহু চৰিছে। এই নিৰ্জন দুপৰীয়া সিহঁতৰ কোনো শত্ৰু নাই। তথাপি সিহঁতে দীঘল কাণবোৰ থিয় কৰি ইফালে সিফালে চাইছে আৰু মনৰ আনন্দত মাজে মাজে জঁপিয়াইছে। শহাপহুৰ শিশুৰ দৰে চঞ্চলতা মদনৰ বৰ ভাল লাগে। তথাপি আজি নিমজ সেউজীয়া ঘাঁহনিত চৰি থকা শহাপহুকেইটাই তাক আনন্দ দিব পৰা নাই। সি বৰ অস্থিৰ। সি তাৰ মনটো পাছফালে আঁহতৰ তলতে এৰি থৈ আহিছে। এতিয়া একমাত্ৰ ভৱিষ্যতৰ চিন্তা। সি ছাব্বিছ বছৰত ভৰি দিলেহি। বি এ পৰীক্ষাও পাছ কৰিলে। তথাপি তাৰ ৰোজগাৰ নাই বুলিয়েই ক'ব পাৰি। সৰুতে তাৰ মাক-বাপেক ঢুকাল। ককায়েক দুটাহে আছিল তাৰ আশ্ৰয়। এটা আকৌ পিছত মিলিটেৰী হ'ল। তাৰ আজিকালি ঘৰৰ লগত সম্পৰ্ক নাই। ডাঙৰ ককায়েক খেতিয়ক। তাৰ ঘৰৰ মাটি-বাৰীও কম নাছিল। তথাপি কলেজত পঢ়োঁতে মদনে কম কষ্ট কৰিবলগীয়া হোৱা নাছিল। কামপুৰৰ উকীল বসন্ত লস্কৰৰ নগাঁৱৰ ঘৰৰ চৌহদত থকা জুপুৰী ঘৰ এটাত থাকি নিজে ৰন্ধা-বঢ়া কৰি খাই সি কলেজত পঢ়িছিল। ঘৰৰ পৰা মাথোন চাউল-দাইল আৰু শাক-পাচলিহে আহিছিল। তাৰ বাহিৰে টকা-পইচা দি তাক সহায় কৰিবলৈ ককায়েক দুটাৰ— বদন আৰু তিলকৰ উপায় নাছিল। কিন্তু সি বিশ্বাস কৰা নাছিল। বিয়া কৰোৱাৰ পিছত বদন তেনেই সুকীয়া মানুহ হৈ পৰিল। তাৰ এপাল ল'ৰা-ছোৱালী। পৰিয়ালটো

পোহোঁতেই হেনো তাৰ তৰ্ধনি বাজ হৈছিল। কিন্তু বদনে মদনৰ মাটিত খেতি কৰিছে। গতিকে উপাৰ্জনৰ দাবী এটা তাৰ থাকিবই। সেই সাধাৰণ কথাটোও বদনে গণ্য কৰা নাছিল। মদনে ইচ্ছা কৰাহেঁতেন তাৰ ভাগৰ মাটিখিনি বিক্ৰী কৰি বেছি আৰামত কলেজত পঢ়িব পাৰিলেহেঁতেন। কিন্তু সি পৈতৃক সম্পত্তি বিক্ৰী কৰি ওপজা ঘৰখনৰ পৰা আঁতৰি ঠেৰুছিগা হ'বলৈ নুখুজিলে। জলজখলাক সি প্ৰাণতকৈয়ো বেছি ভাল পায়। সি ভাবে যে তাৰ জীৱনক কিজানি গঢ় দিব পাৰে জলজখলাইহে। অৱশ্যে সি চাকৰিৰ চেষ্টা নকৰা নহয়। কৰিছিল। কিন্তু এই চেষ্টা কেৱল দৰ্খাস্ত দিয়া আৰু ইণ্টাৰভিউত হাজিৰ থকাটোতেই সীমিত আছিল। সি বহুত দেৰিকৈ বুজি পাইছিল যে ধন নিদিলে নাইবা বৰ গছত হাঁকুটি লগাব নোৱাৰিলে আনকি সাধাৰণ চাকৰি এটাও পোৱা নাযায়। গতিকে সি জলজখলাৰে স্থায়ী বাসিন্দা হোৱাৰ কথা ভাবিলে। দুমাহমান ককায়েকৰ লগত থাকি সি অশান্তি পালে। ইফালে সি অনুভৱ কৰিলে যে অকলে থকাটোহে তাৰ কাৰণে ভাল হ'ব। চাকৰি নোপোৱা কাৰণে যে ককায়েকে তাক অৱজ্ঞা কৰিছে সি বুজি পালে। সি নিজৰ ভাগৰ মাটিখিনি লৈ অকলে থাকিবলৈ ল'লে। সি জীৱনৰ এটা উদ্দেশ্য বিচাৰি পালে— সি নিজক বিলাই দিব আনৰ কাৰণে। এই যে চাৰিওকাষৰ মানুহবোৰ! সি এওঁলোকৰ অত বছৰে উন্নতি হোৱা নেদেখিলে। কিমান ঠাইত গাঁৱতো কলেজ আছে। হাইস্কুল বা হায়াৰ ছেকেণ্ডাৰী স্কুলৰ কথা ক'বই নালাগে। কিন্তু তাৰ গাঁৱত একমাত্ৰ প্ৰাথমিক স্কুলখনৰ বেৰকেইখনো নাই। স্কুল ছুটী হোৱাৰ পিছত তাত গৰু-ছাগলী আহি শোৱেহি। বাৰিষা তাত পানী সোমায়। বাৰিষাৰ এফাল কাল স্কুলখন বন্ধ থাকে। অসমত হেনো চৰকাৰী হিচাব মতে পায় ৫৪ শতাংশ সাক্ষৰ লোক আছে। কিন্তু ইয়াৰে আটাইবোৰ সাক্ষৰ জানো? কোনোমতে চহীটো কৰিব পৰা আৰু একো পঢ়া-শুনা নকৰা মানুহটোও সাক্ষৰ, প্ৰাইমেৰী স্কুল পাছ কৰি খবৰ কাগজখনৰ কথা বুজি নোপোৱা মানুহটোও আৰু হাইস্কুলৰ হেড মাষ্টৰজনো সাক্ষৰ। এইফালৰ পৰা চাবলৈ গ'লে জলজখলা আৰু পাভজানত কিজানি শতকৰা ৭৫ ভাগ মানুহেই নিৰক্ষৰ। সেই কাৰণে ইয়াৰ মানুহে চৰকাৰে তেওঁলোকক ভালেই কৰিব বিচাৰিছে নে ঠগিব বিচাৰিছে এইবোৰ একো বুজি নাপায়। সেই কাৰণেই মানুহবোৰ 'পলিটিচিয়ান'ৰ হাতৰ পুতলা হৈ আছে। ইয়াৰ এম এল এ, চহৰবাসী হৰিকান্ত বৰুৱাই আজিলৈকে এইফালে এদিনৰ কাৰণেও ভূমুকি মৰা নাই। কিন্তু নিৰ্বাচনৰ সময়ত তেওঁ আহি মানুহবোৰক ফুচুলিয়াবই; বহু আঁচনিৰ কথা ক'বহি। তেতিয়া এই হোজা মানুহবোৰ ভোল যাব। গতিকে শিক্ষা আৰু স্বাস্থ্যহে উন্নতিৰ আচল সাঁচাৰকাঠী। এই অঞ্চলত চিকিৎসাৰ একো ব্যৱস্থা নাই। অৱশ্যে বেজ-গিয়ানী নথকা নহয়। সি জনা মতে সাধাৰণ গ্ৰহণী বেমাৰো ভাল কৰিব নোৱৰা এনে বেজো আছে যি দৰব দিয়াৰ উপৰি জৰা-ফুকাও কৰে। এই অঞ্চলত অৱশ্যে ঘৰতে কিতাপ পঢ়ি ৰোগীক পুৰিয়া দিয়া হোমিঅ'পেথিক ডাক্তৰ নথকা নহয়। এতেকে তাৰ গাঁৱত এটা চিকিৎসা কেন্দ্ৰ হ'ব লাগিব, ওচৰৰ প্ৰত্যেকখন

গাঁৱত প্ৰাইমাৰী স্কুলো হ'ব লাগিব। তাৰ গাঁৱত এখন হাইস্কুল হ'ব লাগিব। পোনতে মুষ্টিভিক্ষা, তাৰ পিছত দান-বৰঙণি। ৰাইজে নখ জোকাৰিলেই নৈ বয়। এইটো কথাত তাৰ বিশ্বাস আছে। যোৱাবাৰ ব'হাগ বিহুত সি এটা হুঁচৰিৰ দল প্ৰস্তুত কৰিছিল। দলটোৱে ঘৰে ঘৰে হুঁচৰি গাই ভালেমান টকা গোটাইছিল। একোটা পৰিয়ালে টকা দিব নোৱাৰি ধান-চাউলহে দিছিল। এনেকৈয়ে বৰপুখুৰীৰ পাৰত আজাৰ, গমাৰি আৰু চতিয়না গছেৰে আগুৰা বাকৰিখনত দুচলীয়া খেৰী ঘৰত জলজখলা মাইনৰ স্কুলৰ কাম আৰম্ভ হৈছিল। এই উদ্যোগপৰ্বতে সি জীৱনত প্ৰথম প্ৰেমৰ ঐশ্বৰ্য লাভ কৰিছিল। সি তৰালিক কেইবাবাৰো লগ পাইছিল। তাইৰো সপোন একেই আছিল। জলজখলাৰ এই স্কুলটো পকী, টিনপাত দিয়া আহল-বহল ঘৰেৰে এদিন এখন হায়াৰ ছেকেণ্ডাৰী স্কুল হ'ব। মদন লস্কৰ হ'ব তাৰ প্ৰধান শিক্ষক আৰু তাই হ'ব তাৰে এগৰাকী শিক্ষয়িত্ৰী। ওচৰৰ আটাইকেইখন গাঁৱৰ ল'ৰা-ছোৱালী আহি ইয়াত পঢ়িবহি। কিন্তু তৰালি তাৰ গাঁৱলৈ অহা আৰু স্কুলৰ হৈ কাম কৰাৰ কথা চৌদিশে বিয়পি পৰিল। কথাটো গম পাই বলেন ভূঞা গৰ্জি উঠিল। ফলত তৰালি কেতিয়া কাৰ ঘৰলৈ গৈছে, কিমান পৰ তাত আছে, উভতি আহোঁতে কিমান পৰ লাগিছে আদি মাকে চাবলগীয়া হ'ল। বলেন ভূঞাই তৰালিৰ মাক জোনাকীক এনেকৈ কৈছিল— ঘৰত গাভৰু ছোৱালী আৰু বনৰ বাঘিনী একে। কোন দিনা মাক-বাপেকৰ বুকুত কামোৰ মাৰি আঁতৰি যায় ঠিক নাই।

আৰু তেতিয়াৰ পৰাই সিহঁতৰ হিয়াত জুই, মনত বিৰহ, মাজে মাজে গোপন অভিসাৰ।

বনমালী ভুটংকৈ নোলোৱাহিহেঁতেন আৰু কিছুপৰ নৈৰ পাৰত বহি সিহঁতে মনৰ কথা পাতিব পাৰিলেহেঁতেন। এতিয়া তৰালিৰ অকল বনমালীলৈকে খং উঠা নাই, মাক-বাপেক, মদন আৰু দুপৰীয়াৰ ৰ'দটোলৈকো তাইৰ উৎকট খং উঠিছে। মদনে কথাটোত গুৰুত্ব নিদিলে কিয়? বনমালীয়ে কথাটো জানক, গঞাই জানক, তাইৰ বাপেক বলেন ভূঞাই উগ্ৰমূৰ্তি ধৰক। এয়াতো গুৰুত্ব দিবলগীয়া বিষয়। কিন্তু সি নিৰ্বিকাৰ। তাই আজি তাৰ এই অদ্ভুত আচৰণ বুজিব নোৱাৰিলে। সিতো তাইক আজি তাৰ ঘৰলৈকে লৈ যাব পাৰিলেহেঁতেন! বাপেক যিমানেই প্ৰতাপী আৰু আক্ৰোশী মানুহ নহওক লাগে, গাভৰু ছোৱালী এজনী নিজৰ খুচি মতে প্ৰিয়জনৰ লগত থাকিলে আইন মতে তেওঁ তাইক একো কৰিব নোৱাৰে। অথচ এনেকুৱা কথা ওলালেই মদনে স্কুলখনৰ কথাহে উলিয়ায়।

বাপেকলৈ তাইৰ আটাইতকৈ বেছি খং। মানুহটো ঠিকাদাৰী কামত অ'ত ত'ত ঘূৰি ফুৰিছিল। বহুত ধৰণৰ মানুহো তেওঁ লগ পাইছিল। তেওঁৰ পৃথিৱীখন বেছ আহল-বহল আছিল। কিন্তু তেওঁৰ মনটো হ'লে অকণো আহল-বহল নহ'ল। পাভজানৰ আচাৰ-ব্যৱহাৰ, নীতি-নিয়ম, এলাহ্নুকলীয়া ধাৰণা আদিতে তেওঁ আঁকোৰগোজ হৈ লাগি আছে। এতিয়াও নীহকুলীয়া মানুহ ঘৰলৈ আহিলে তেওঁ চ'ৰাঘৰত সোমাবলৈ নিদিয়ে, চোতালত

বেঞ্চিতহে বহিবলৈ দিয়ে। তেওঁ পঞ্জিকাখনৰ মতেহে চলে। কোন দিনা কোন বাৰে কোন দিশে যাত্ৰা কৰিব নাপায়, এইবোৰ নিয়ম তেওঁ মানি চলে। কোনোবা বোৱাৰী তিৰোতাই পদূলিলৈ ওলাই আহি কাৰোবাৰ লগত কথা পতা দেখিলে তেওঁ পোন্দোৱাকৈ চায়। কিন্তু তেওঁ চহৰৰ মাৰোৱাৰীবোৰকহে উৎকৃষ্ট জীৱ বুলি ভাবে। সিহঁতৰ লগত মিলামিছা কৰি আজি তেওঁ এখন প্ৰকাণ্ড গেলামালৰ দোকানৰ গৰাকী হৈছে। মাৰোৱাৰীৰ লগত দুটা কথাত তেওঁৰ বৰ মিল। সিহঁতৰ দৰেই তেওঁৰো অনবৰত অৰ্থচিন্তা আৰু তেৰোঁ ছোৱালীক উচ্চ শিক্ষা দিয়াৰ পক্ষপাতী নহয়। তৰালিয়ে ওচৰৰ চিতলমাৰী মাইনৰ স্কুলৰ পৰা পৰীক্ষা দি মহকুমাটোৰ ভিতৰত ছোৱালীৰ ভিতৰত প্ৰথম নোহোৱাহেঁতেন বাপেকে তাইক চহৰৰ ছোৱালী হাইস্কুলত নপঢ়ুৱালেহেঁতেন। সেইখন স্কুলৰ শিক্ষককেইজনমানে দঢ়াই দঢ়াই কোৱাতহে বাৰুকৈ তেওঁ ৰাজি হৈছিল। পিছে চহৰত হোষ্টেলৰ ব্যৱস্থা নথকাহেঁতেন তাই পঢ়িবলৈ নাপালেহেঁতেন। সেইখন স্কুলৰ পৰাই উচ্চতৰ মাধ্যমিক পৰীক্ষা দি তাই প্ৰথম বিভাগ পালে যদিও বলেন ভূঞাই তাইক অধিক শিক্ষা নিদিয়াটোকে থিৰাং কৰিলে। তেতিয়াৰ পৰা তাই পাভজানত। এতিয়া তাইৰ মনতহে বিদ্ৰোহ। গাঁৱত থাকি থাকি তাই প্ৰকৃততে বিদ্ৰোহ কৰিবলৈ পাহৰি গৈছে। এই জেলুকনি বন্ধ যোৱা জীৱনতে মদনক লগ পাই তাইৰ বৰ ভাল লাগি গ'ল। সি বিদ্ৰোহী। তাৰ স্বপ্ন আছে। সেই স্বপ্নমতে সি কাম কৰি আছে। কিন্তু আজিৰ ঘটনাইহে সিহঁতৰ জীৱনলৈ দুৰ্যোগ নমাই আনিব বুলি তাই অনুমান কৰিছে। তাইৰ অৱস্থা তাইৰ বান্ধৱী চান্দনী টোডীৰ দৰেই হ'ল কিজানি। চান্দনীয়ে বি এ পৰীক্ষাত ইংৰাজী মেজৰত প্ৰথম শ্ৰেণী পাই পাছ কৰিছিল। তাকে তাই তৰালিক চিঠিযোগে জনাই শেষত এনেকৈ লিখিছিল, 'আমাৰ কলেজৰ ছাৰকেইজনমান আহি দেউতাক দঢ়াই দঢ়াই অনুৰোধ কৰিলে মোক গুৱাহাটীত এম এ পঢ়ুৱাবলৈ। কিন্তু দেউতা কোনোপধ্যে মান্তি নহ'ল। এতিয়া তয়ো গৃহবন্দী; ময়ো তেনেকুৱাই। মাৰোৱাৰী সমাজৰ ৰক্ষণশীলতাই মোৰ দৰে বহুতৰে জীৱন ধ্বংস কৰি আছে। আচলতে তই বা মই শিক্ষাৰ পোহৰ নোপোৱাহেঁতেনেই কিজানি বহুত বহুত শান্তিত থাকিব পাৰিলোঁহেঁতেন। গতিকে, তৰালি, একেখন চিঠিতে তোক সুখৰ সম্বাদো দিলোঁ দুখৰ সম্বাদো দিলোঁ।'

সেই চিঠিখন পোৱাৰ প্ৰায় এবছৰৰ পিছত চান্দনীৰ শেষ চিঠিখন পাই তৰালিয়ে দুগালে চকুলো বোৱালে। চান্দনীয়ে লিখিছিল, 'তোক আৰু জীৱনত কিজানি দেখা নাপাম আৰু মোৰ চিঠি লিখাও নহ'ব। মোৰ বিয়ালৈ আৰু সাদিন বাকী। এই চিঠিখন তই পাৱ মানে মোৰ কিজানি বিয়া হৈ যাব। বহুত যৌতুক দি দেউতাই মোক বিয়া দিছে তেজপুৰৰ ফালৰ এটা মাৰোৱাৰী ল'ৰাৰ লগত। চাহ বাগিচাকেইখনমানৰ মাজত সেই দৰাটোৰ হেনো এখন প্ৰকাণ্ড গেলামালৰ দোকান আছে, দুঠাইত দুটা ধানকল আছে। মই হাৰি গ'লোঁ তৰালি, বৰ বেয়াকৈ হাৰি গ'লোঁ। মই কি সমল লৈ এই ব্যৱস্থাটোৰ বিৰুদ্ধে যুঁজিম?...'

এইখন চিঠি তৰালিয়ে সযতনে ৰাখি থৈছে। কাৰণ চিঠিখনে তাইক জীৱনৰ এই আচল অৱস্থাৰ পৰা মুক্তি পাবলৈ উদ্‌গনি দিছে। তাই চান্দনীৰ দৰে সেও মানিব নোখোজে।

ৰ'দটোত খাৰণিৰ চোক। হঠাৎ এজাক বৰষুণ অহাহেঁতেন এই বিশাল সেউজীয়া পথাৰখনৰ মাজেৰে তাই তিতি তিতি গৈ থাকি ভাল পালেহেঁতেন। কিন্তু আকাশখন দেখিয়েই ধৰিব পাৰি যে বেলি বহাৰলৈকে অন্ততঃ বৰষুণ নাহে। ক'তো এচিকটা ডাৱৰ নাই। দূৰ আকাশত ডেউকা নমৰাকৈ শগুণবোৰে বতাহৰ পিঠিত উঠি ঘূৰি ফুৰিছে। অজান আশংকাত তৰালিৰ বুকুখন ধপধপাইছে। কি-বা হয়! বনমালী কেওটেতো দেখিলেই। শেনচকুৰা এই অধৰমীটোৱে নিশ্চয় তাইক নদীলৈ নামি যোৱা দেখিছিল। আৰু যদি কোনোবাই দেখে? তাইৰ খুব পিয়াহ লাগিছে, অষ্ঠ-কণ্ঠ শুকাই গৈছে। পিছে নৈৰ পানী খাব নোৱাৰি। বেয়া পানীৰ পৰাই হেনো দেশৰ মানে বেমাৰবোৰ হয়।

তাই এতিয়া মথাউৰিটোৰ ওপৰত। নৈৰ ফালে থকা শিমলু গছবোৰে তাইক ছাঁ দিব পৰা নাই। লেংলেংকৈ দীঘল শিমলু গছৰ ডাল-পাতৰ ছাঁ মাটিত নপৰেই। নৈৰ লগে লগে মথাউৰিটোৱে দক্ষিণফালে ভাঁজ লৈছে। তাতে জোপোহা গছৰ বননিৰ ওপৰত থিয় দি আছে এজোপা প্ৰকাণ্ড ঔটেঙা গছ। ইয়াৰ তলত ইমানেই ডাঠ ছাঁ পৰিছে যে এই প্ৰখৰ ৰ'দতো ঠাইডোখৰ জেকা হৈ আছে। তাতে তৰালিৰ এখন্তেক ৰ'বৰ মন গ'ল। দীঘল ঘাঁহ আৰু লকছা বন ফালি ডাঠ ছাঁ পৰা ঠাইকণ পাওঁতে তাই দেখিলে— বৰহমথুৰি গাঁৱৰ কপাহী বেগম ছাতিৰ সমান ঘূৰণীয়া বেজকচুৰ পাত এটাৰ ওপৰত বহি জিৰণি লৈছে। কপাহী বৰ কাজী তিৰোতা। ঘৰত তিনিখন তাঁতশাল। তাই আৰু দুজনী জীয়েকে বোৱা ৰিহা, চাদৰ আৰু মুগাৰ ফুলাম মেখেলা বেচি ফুৰে। তাইক হঠাতে দেখি তৰালিৰ ভূত দেখা যেন লাগিল।

— ক'ৰ পৰা?

— জানাই নহয়! কাপোৰ বেচিব নোৱাৰিলে আমাৰ ভাতমুঠি নিমিলে। তুমি দেখোন অসময়ত অকলে অকলে মথাউৰিত?

— অকলে অকলে এনেকৈ নিজান দুপৰত নৈখন চাই বৰ ভাল লাগে। হেঁপাহ পলাই যায়।

— সঁচাকৈয়ে কৈছানে, পীৰিতিয়ে দেহ-মন থকাসৰকা কৰিছে? কাক লগ পালা? মাষ্টৰক? মানে তোমাৰ মদনক?

— বাইটি, এইবোৰ কি কোৱাহে? মই জানো তেনেকুৱা ছোৱালী!

— হয়তো তুমি ঠিকেই কৈছা নাইবা এনেকৈ কৈ দায় সাৰিব খুজিছা। পিছে মানুহে তেনেকৈয়েই কয়।

— ক'ৰ মানুহে?

— দুঠাইত শুনিছোঁ। ভালেই কৰিছা দেই। যোৱান কালত এনে কাণ্ড নকৰি পিছত হামিয়াই-হিঁকটিয়াই আপচোচ কৰিলে কি লাভ? পিছে, মাজনী, গাটো আকৌ বচাই

ৰাখিবা, নহ'লে ঠগ খাবা।

তাই একো নামাতিলে। দুয়োজনী দুটা দিশে খোজ দিলে। তৰালি গাঁও সোমাল। দিন দুপৰতে খোলৰ মাত। যদু মেধিৰ পুতেকে বজাইছে নিশ্চয়। সত্ৰৰ গোসাঁই এজনৰ এই মাহতে তিৰোভাৱৰ তিথি পৰিছে। সেইদিনা ৰাতি নামঘৰত ভাওনা হ'ব। সেয়েহে মেধিৰ পুতেকে খোল বজোৱা অভ্যাস কৰিছে। তাই কেইবাটাও পদূলি পাৰ হৈছে। কাৰো ঘৰত ল'ৰা-ছোৱালীৰ হাই-উৰুমি নাই। সকলোৱেই জিৰাইছে। ফেৰ মেলা বকুল গছ দুজোপা দেখিয়েই তাইৰ বুকুখন চিৰিং কৰি উঠিছে। এয়া সিহঁতৰ পদূলি। নঙলাৰ দুই কাষে এই দুজোপা বকুল গছ।

চোতালত থিয় দিয়েই তাই দেখিলে দুৱাৰৰ কাষত মাক জোনালী মুঢ়া এটাত বহি আছে। তাইৰ চকুত জুই।

— কলৈ গৈছিলি এই ভৰ দুপৰীয়াখন?

— নিৰলাৰ তালৈ। কথা এটা আছিল।

— ভাল সঁচাকথীয়া ছোৱালীজনী তুলি তালি ডাঙৰ-দীঘল কৰিলোঁ। ইস্ এই বোলে নিৰলাৰ ঘৰলৈ গৈছিল! নিজৰ মাককো ফাঁকি! হেৰ', তোকে বিচাৰি দেখোন নিৰলা ইয়ালৈ আহিছিল! ক, ভালে ভালে ক, কোন পৈয়েৰৰ লগত কলতলে বাঁহতলে...। এৰা, বাপেৰে ঠিকেই কয়। পঢ়া-শুনা কৰি তই গুৰু-গোসাঁই নমনা হৈছ, তোৰ দেহত বাঘতেলে ধৰিছে। বাপেৰ আহক, মই চব ক'ম। তেতিয়া এসেকা পাবি।...

তামোল চোবাই চোবাই ককায়েক বিনোদে নুশুনাৰ ভাও জুৰি সকলো শুনি আছিল। সি এইমাত্ৰ দোকানৰ পৰা আহি ভাতমুঠি খাই জিৰণি লৈছেহি। সি অলপ উদাৰ মানুহ। গতিকে তাৰ কৌতূহলহে হৈছে, ভনীয়েকলৈ খং উঠা নাই।

তৰালিয়ে ভালেমান পৰ জোনালীৰ বকনি শুনি থাকিল। তাই একো নাখালে। মাকেও ভাতমুঠিয়ে কি জগৰ লগালে বুলি কৈ তাইক খাবলৈ খাটনি নধৰিলে। তৰালিয়ে অনুভৱ কৰিলে, তাইৰ যেন এই জগতত কোনো নাই; তাই যেন বিশাল পথাৰৰ মাজত এজোপা অকলশৰীয়া হিজল গছ। শোৱনি কোঠাৰ পৰা তাই শুনিলে জীপ গাড়ীৰ শব্দ। তেন্তে এতিয়া বাপেকেও তাইক শুদাই নেৰিব। দুগালে চকুলো বোৱাই আক্ৰোশত নিজৰ চুলিকোছাকে আঁজুৰি আঁজুৰি তাই ভাবিলে, এইখন ঘৰ নহয় পোতাশাল; ইয়াত বতাহ নাই, পোহৰ নাই, সংগ নাই, দৰদ নাই।

কেতিয়া টোপনি আহিল তাই গমকে নাপালে। গাটো অলপ সতেজ হ'ল। তাই বিছনাৰ পৰা উঠি ঘটঘটকৈ এঘটি পানী পিলে। ঘৰখন নৈৰ পাৰৰ দৰেই নিজম। তেন্তে মাকে কিজানি বাপেকক তাইৰ কথা একো কোৱা নাই। তাই স্বস্তিৰ নিশ্বাস ল'লে। গাৰ কাপোৰসাজ সাথন লগাই পিন্ধি তাই আইনাখনৰ ফালে আগুৱাই গৈ দুৱাৰৰ ফাঁকেদি চাই দেখিলে— মাক আৰু বাপেকৰ মাজত গোপন মেল। তাই লাহে লাহে হাতত সাৰে ভৰিত সাৰে আগবাঢ়ি গৈ বেৰত কাণ এখন থৈ কথাবোৰ শুনি গ'ল।

ঃ এতিয়া আমি শুনিও নুশুনা ভাও জুৰি থাকিব লাগিব। কথাটো জনাজনি হ'লে তাইৰ ভৱিষ্যতে বিপদ। আমাৰ বংশৰো খোচনাম কমিব।

ঃ আপোনাক কোনে ক'লে?

ঃ দোকানত। সি মোৰ বৰ বিশ্বাসী মানুহ। দেউতা কথাটো ভাল দেখা নাই বুলি সি কথাখিনি কৈ গ'ল। মইটো শুনি অবাক! এই পাষণ্ডী তলে তলে ইমানখিনি পালেগৈ বুলি ভাবিবই পৰা নাছিলোঁ।

ঃ বনমালীয়েও চাগৈ বেছ মুখৰ খজুৱতি মাৰি ফুৰিছে।

ঃ হ'ব পাৰে। তাৰনো আৰু কি কাম আছে? এইবোৰকে নকৰি সি কৰিব কি? অৱশ্যে তাক ধমক দি ঠাণ্ডা কৰিব পাৰিম।

ঃ কিন্তু আমি এটা কথা ভাবি নাচাওঁ কিয়? মদনতো অলায়ক ল'ৰা নহয়। সি আমাৰ অঞ্চলত প্ৰথম'বি এ পাছ কৰা ল'ৰা। দেখাই-শুনাই ভাল। গুৰি-গোষ্ঠীও বেয়া নহয়।

ঃ বি এ পাছ কৰিলে কি হ'ব? সি চাকৰি এটাকে দেখোন যোগাৰ কৰিব পৰা নাই। এয়ে তাৰ শিক্ষাৰ জোৰ! ফল নধৰা গছৰ দৰেই তাৰ শিক্ষা। সেই ভিকহুটোক মোৰ ছোৱালী বিয়া দিম? আৰু তাৰ যে কি দেমাকী! মানুহক মানুহ বুলিয়েই জ্ঞান নকৰে। দেখিম নহয় সি কেনেকৈ স্কুলখন পাতে! কত বি এ পাছ ল'ৰা সাধাৰণ পুলিচ এটাও হ'ব পৰা নাই। কেৰাণী-চেৰাণী হোৱাটোতো পিছ কথাই। পঢ়ুওৱাহেঁতেন আমাৰ তৰালিয়েও তাতকৈ ভালকৈ বি এ পাছ কৰিলেহেঁতেন। বুইছ জোনালী, ইঞ্জিনিয়াৰ বা ডাক্তৰ হ'ব নোৱাৰিলে, আনবোৰ পঢ়ি লাভ নাই।

ঃ তেন্তে এতিয়া কি কৰা যায়?

ঃ তাইক পূৰা নজৰত ৰাখিব লাগিব। তাই পাষণ্ডী সজাৰ পখী হ'ব লাগিব। তই ইয়াৰ ভাৰ ল'ব লাগিব। পখী উৰি যাব নোৱাৰিব কোনোপধ্যে।

ঃ তেনেকৈয়ে তাই থাকিবনে? হাজাৰ হওক তাই এজনী গাভৰু ছোৱালী।

ঃ জোনালী, তই মোক কি বুলি ভাবিছ? মই ইয়াৰ এটা ব্যৱস্থা কৰিম নহয়। মই এনেয়ে থকা নাই। তলে তলে ভাল ল'ৰা এটা বিচাৰি আছোঁ।

তৰালিৰ গাটো জ্বৰে-ঘমা দিলে। তাইৰ ভৰি দুখন কঁপিবলৈ ধৰিলে। তাই কোনোমতেহে বিছনাখন পালেহি। কান্দোনৰ ৰোল ৰোধ কৰিবলৈ তাই মুখত গাৰুটো হেঁচি ধৰিলে।

স্কুল আৰু খেতি-বাতিৰ বিষয়ে আলোচনা কৰিবলৈ পতা সভাখনত ইমানখিনি মানুহ গোট খাব বুলি মদনে আশা কৰা নাছিল। সি আজি খণ্ডৰ ভমকত সভাত বলেন ভূঞাৰ বিৰুদ্ধেই কৈ পেলালে ঃ ... আমি বৰ বৰ মানুহৰ পৰা সহায় পাম বুলি আশা

পালি বহি থাকিলে নহ'ব। সেইবোৰ তেজপিয়াৰ দৰে মানুহ, পৰৰ ছাল টানি খোৱা মানুহ, শুকান খৰি চেপি ৰস উলিওৱা মানুহ। বলেন ভূএগ্ৰা, হৰিবৰ কাননগো, মতি মহাজন, নিৰঞ্জন কেএগ্ৰা, মুঠতে আটাইবোৰ। পাৰোঁতেনো পাভজানৰ বলেন ভূএগ্ৰা মহাজনে এনেকৈ কয়নে?— স্কুল কেলেই? সকলো ভো ভো পণ্ডিত হ'ব? হেৰ', 'গোটেইবোৰেই যদি পঢ়া-শুনা কৰে, তেন্তে খেতি-বাতি কৰিব কোনে? পথাৰত মুনিহ খাটিব কোনে?... শ্ৰদ্ধেয় ৰাইজ, তেওঁ এইকেইটা কথা কৈছিল ৰোহিণী মৌজাদাৰৰ ঘৰত, পঞ্চায়তৰ ৰাজনীতি কৰা মানুহ কিছুমানৰ আগত। এনেতে মই ওলালোঁগৈ। মই আৰু সহি থাকিব নোৱাৰিলোঁ। সকলোৰে আগতে তেওঁক ভালকৈ এসেকা দিলোঁ নহয়। এইবোৰ মানুহৰ পৰা আমাৰ একো কাম নহ'ব। আমি প্ৰত্যেকেই নিজৰ ভৰিত নিজে থিয় হ'বলৈ শিকিব লাগিব। নহ'লে আমাৰ নিস্তাৰ নাই। সেয়েহে সকলোৰে আগতে সেইদিনা বলেন ভূএগ্ৰাই ঠিকাদাৰ হিচাপে কি বুদ্ধিৰে টকা ঘটিছিল, সকলো ফাঁচ কৰি দিলোঁ নহয়।...

সভাত এখন কৃষি সমিতি গঠন কৰা হ'ল। এই সমিতিয়ে খেতিয়কক চৰকাৰী ঋণ পাবলৈ সুবিধা কৰি দিব, কৃষি বিষয়াক খেতিৰ সময়ত গাঁৱলৈ আনিব পাৰিব। ৰাইজে সময় মতে পাইকাৰী দৰত কঠীয়া, সাৰ, কীটনাশক দৰব আদি পাব। ৰবি শস্যৰ বাবে পথাৰত পানী যোগানৰ ব্যৱস্থাও এই সমিতিৰ যোগেদিয়েই হ'ব। দুজন শিক্ষকৰ দৰমহাও এই সভাতে ঠিক কৰা হ'ল। তেওঁলোক চহৰত মদনৰ সহপাঠী আছিল।

সভাৰ শেষত বনমালী কেওটে মদনক সুকীয়াকৈ লগ ধৰিলে। সি কাউ-বাউকৈ ক'লে, 'মোক খং নকৰিবি, মদন। আচলতে প্ৰেমৰ বেলিকা বিৰহৰ বেদনা কি বস্তু মই বুজোঁ। মানুহৰ আন কিছুমান কামতহে মোৰ খং উঠে। এনেবোৰ কামৰ কথাকে কৈ ফুৰোঁ। তেতিয়াহে সমাজখন চিজিল লাগি থাকিব বুলি মই বিশ্বাস কৰোঁ। এইটো কথা মই কিয় কৈ নুফুৰিম? সেই মনবৰীৰ জীয়েকৰ কথাটো। তাই ভিনিহীয়েকৰ ঘৰত অলপ দিন থকাৰ পিছতে পেটত সন্তান। ঘৰতে উপজিল। সন্তানটো সিহঁতে নিমখ খুৱাই মাৰি পেলালে। ঘৰৰ বদনাম ঢাকিবলৈকে জীৱ হত্যা! এইবোৰ কথা মই কিয় ফাঁচ নকৰিম?'

মদন অলপ বিৰক্ত হ'ল। সি ক'লে, 'আৰু কি ক'বলৈ আছে সোনকালে কৈ পেলা।'

'বলেন ভূএগ্ৰাৰ তেল কিয় বাঢ়ি গৈছে, জান?' প্ৰশ্নটো কৰি বনমালীয়ে নিজেই তাৰ উত্তৰ দি গ'ল, 'কাৰণ তাৰ ভূএগ্ৰা হোলছেল ষ্টোৰ্চ্বৰ বাহিৰে এই বৃহৎ এলেকাটোত এনে গেলামালৰ দোকান ক'তো নাই। সৰু সৰু দোকানীবোৰ তাৰ কৃপাৰ ওপৰত বাচি আছে। আৰু এটা আচৰিত কথা তইঁতে নাজান। তাৰ ব্যৱসায়টো একচেটিয়া কাৰণেই সি ইচ্ছা মতে বস্তুৰ দাম বঢ়াব পাৰে। গতিকে আমি বেছি দামত মাল খাই আছোঁ। সি ইচ্ছা কৰিলে কিছুমান বস্তুৰ নাটনি হৈছে বুলি মুনাফা লুটিব পাৰে। এতেকে সমাজসেৱাত লাগিছ যেতিয়া তই ইয়াৰ এটা ব্যৱস্থা কৰিব লাগিব। তই তেন্তে কি কৰিবি?'

এইটো প্ৰশ্নৰ উত্তৰো সিয়েই দি গ'ল, 'তই এটা কাম কৰিব লাগিব। এখন কো-অপাৰেটিভ দোকান খুলিব লাগিব, মানে ভূএগ্ৰা হোলছেল ষ্টোৰ্ছত বেচা বস্তুবোৰেই থকা এখন সমবায় দোকান খুলিলেই হ'ল।'

কথাটো মদনৰ মনে ধৰিলে। এই ধাৰণাটো দিয়া বাবে সি বনমালীৰ শলাগ ল'লে। তাৰ মানসপটত ভাহি উঠিল এটা মজবুত আহল-বহল ধুনীয়া ঘৰ, তাৰ ভিতৰত খাদ্যবস্তু আৰু অন্যান্য লাগতিয়াল সমাগ্ৰী বিধে বিধে সজাই থোৱা আছে, গ্ৰাহকৰ ভিৰ হৈছে, বস্তু বেচা ল'ৰাকেইটাই থাউনি পোৱা নাই।...

সি ভাবিছে, সমবায় দোকানৰ লাভো স্কুলৰ পুঁজিলৈ যাব পাৰে। এখন সমবায় সমিতি কেনেকৈ গঠন কৰিব লাগে, ইয়াৰ সবিশেষ জানিবলৈ হ'লে চহৰৰ অফিচলৈ গ'লেই হ'ল।

বনমালীৰ আৰু এটা প্ৰশ্ন ঃ কিন্তু মদন, তই তাইক নিজৰ কৰি ঘৰলৈ নান মানে মনপুতি কাম কৰিব পাৰিবি জানো?

এইবাৰ বনমালীয়ে নিজে ইয়াৰ উত্তৰ নিদিলে। সি মদনৰ মুখলৈ চাই ৰ'ল। মদন সঁচাকৈয়ে চিন্তাগ্ৰস্ত। কিছুপৰ নিমাতে থাকি সি জনাই দিলে যে এই প্ৰশ্নৰ উত্তৰ তাৰ হাতত নাই। সি বনমালীকহে ভাৰসা কৰিবলগীয়া হ'ল।

— বনমালী, তই বাৰু কি ভাব?

— অ', উপায় উলিওৱাৰ কথা কৈছে? ইমান সহজে উপায়টো পোৱা নাযাব। কাৰণ সি বলেন মহাজন কালান্তক মানুহ। জেদী, অহংকাৰী। সি এটা দুৰ্বুদ্ধিৰ ভঁৰাল।

—তেন্তে?

— হতাশ নহবি। সমস্যা থাকিলে সমস্যাৰ পৰা ৰক্ষা পোৱাৰ উপায় একোটাও থাকে। মই বাৰু ভাবি চাওঁ।

কম সময়ৰ ভিতৰতে জলজখলা মাইনৰ স্কুলৰ আটাইকেইটা শ্ৰেণীতে এতিয়া ছাত্ৰ-ছাত্ৰী যথেষ্ট হৈছে। সমবায় সমিতিও গঠিত হ'ল। বৰপুখুৰীৰ পাৰত নামঘৰ এটাৰ নিচিনা এটা দীঘল দুচলীয়া খেৰৰ ঘৰত 'কপিলীপাৰ কো-অপাৰেটিভ ষ্টোৰ্ছ'। এই সময়ছোৱাত সি তৰালিৰ পৰা তিনিখন চিঠি পালে। সিয়ো আটাইকেইখন চিঠিত উত্তৰ দিলে। শেষৰ চিঠিখনত তৰালিয়ে জনালে যে এজন জুনিয়ৰ ইঞ্জিনিয়াৰৰ লগত তাইৰ বিয়াৰ বন্দবস্ত হৈছিল। কিন্তু তেওঁ হঠাতে বদলি হ'ল। নতুন ঠাইৰ পৰা তেওঁ এখনো চিঠি নিদিলে। এতিয়া সেই আশা বাদ পৰিছে।

গতিকে শেষত বনমালীয়ে মদনক দিয়া একমাত্ৰ উপায়টো আছিল তাইক পলুৱাই অনা। কিন্তু মদনে স্কুলখন ভাল কৰাতহে বেছি মনোযোগ দিলে। সি বনমালীক ক'লে, 'স্কুলখন ভালকৈ নচলিলে মইনো চলিম কেনেকৈ?'

বনমালী কেইবাদিনো নহা দেখি মদন তাৰ ঘৰ পালেহি। সি আচৰিত হ'ল। তাৰ ঘৰৰ চোতালত এজনী ছোৱালীয়ে ঢাৰিৰ ওপৰত সিজোৱা কোমল ধান মেলি আছিল। তাক দেখি তাই ঘৰৰ ভিতৰত সোমাল। মদনে মাত দিলে। বনমালীয়ে তাক দুৱাৰৰ ওচৰতে থকা চকীখনত বহিবলৈ দিলে। তাৰ চকুত ৰহস্যময় জিলিঙনি, পিছে সি লাজ লাজ ভাব এটাও দেখুৱালে। কাৰণ তাৰ যথেষ্ট বয়স হৈছে। তাৰ বেমাৰ-আজাৰ নাই যদিও আজিকালি তাৰ মাংসপেশীবোৰ অলপ শিথিল হৈছে। গাঁৱৰ মানুহে এইটো বয়সত এজনী ছোৱালী চপোৱাৰ কথা ভাবিবই নোৱাৰে। পৰৰ দোষ খুঁচৰি ফুৰা বনমালীয়েই এতিয়া কিজানি গাঁৱৰ সকলোৰে হাঁহিয়াতৰ পাত্ৰ হৈছে।

— ক'ৰ পৰা যোগাৰ কৰিলি? তাইৰ বয়স তোৰ বয়সৰ কিজানি এফালহে হ'ব। তথাপি তোলৈ আহিছে?

— আচলতে তাইক আনি উদ্ধাৰহে কৰিলোঁ। সময়ত সংসাৰ নাপাতিলে জানো নাৰী উদ্ধাৰ হয়? বোলে তিনিও কালত নোহে নাৰী স্বতন্তৰ। নাৰী তিনিও কালতে আনৰ তলত থাকে। জীয়ৰী কালত মাক-বাপেকৰ, পিছত গিৰীয়েকৰ আৰু শেষ বয়সত পুতেকহঁতৰ তলত। সেইবোৰ লেকচাৰ বাদ দে। আচল কথালৈ আহোঁ। কি সূত্ৰে চিনাকি আৰু কি সূত্ৰে এই ছোৱালীজনী ভোল গ'ল?

— সৰুকৈ ক, তাই শুনিব।

— তাইৰ ঘৰ?

— জাগীয়ালত। আমাৰ কপিলীৰ পাৰতে। তাই সৰুতেই ঘাটমাউৰা হ'ল। আশ্ৰয় মোমায়েকৰ ঘৰ। কিন্তু তাই মামীয়েকহঁতৰ ৰোষত। তাই হেনো ধুনতী। যৌৱন পোৱাৰ লগে লগে হেনো তাইৰ কাম-বনত মন নবহা হ'ল। তাই আৰু কিমান গালি-শপনি শুনি কান্দি কান্দি ভাত খাব?

—এইবোৰ কথা কোনে ক'লে?

— তায়ে ক'লে। তাইৰ হিত চিন্তা কৰা মানুহ বুলিয়েই নহয়, তাইৰ হেনো মোক পচন।

—তোক পচন? আচৰিত কাণ্ড!

— পীৰিতিৰ তেন্তে তই উম-ঘামেই নাপাৱ। সেয়েহে তোৰ এই অৱস্থা। তোৰ দৰে ল'ৰা এটাক বাপেক-মাকে তৰালিক নিদিয়ে বুলি জানিও তই থম থম মদন গোপাল হৈ বহি আছ। ইয়াতকৈ আৰু আচৰিত কথা কিবা থাকিব পাৰেনে? এয়া কি পুৰুষৰ চিন? কিন্তু মোলৈ নাচাব কিয়? এই কেঁচা গাভৰুজনী দেখোন মোৰ পাছে পাছে মন্ত্ৰৰ বলত অহাৰ দৰে আহি থাকিল। এতিয়া তাই মোৰ গৃহিণী।

মদনে কি ক'ব কি নক'ব একো থিৰাং কৰিব নোৱাৰিলে। সি মনে মনে থাকিল। এনেতে সেই কেঁচা গাভৰুজনীয়ে সৰু টেবুলখন টানি আনি তাৰ ওচৰত ৰাখিলেই। অলপ পিছতে টেবুলৰ ওপৰত এবাটি চাহ আৰু সৰু কাঁহী এখনত দুটামান ঘিলা পিঠা আৰু দুটা কল থৈ তাই লাহেঁকৈ খাওক বুলি কৈ আঁতৰ হ'ল।

হঠাতে মদনৰ মনত ডাবৰ। শব্দ নথকা হুমুনিয়াহ এটা কাঢ়ি সি ক'লে, 'তেন্তে তেৰ সংসাৰ ভালেই চলিছে! কেইদিন হ'ল?'

বনমালীয়ে দহ দিন বুলি কোৱাত সি সুধিলে, 'তথাপি মই খবৰ পোৱা নাই কিয়?' সি ক'লে, 'মানুহবোৰে কিজানি আচম্বিত কাণ্ড বুলি মোকে উপলুণ্ডা কৰি আছে। তোৰ লগত মোৰ ভাল কাৰণেই কিজানি কথাটো তোৰ কাণত পৰা নাছিল।'

'তইতো মোক খবৰটো দিব পাৰিলিহেঁতেন?'

'এই পৰা বয়সত এজনী চপোৱাটো জানো খবৰ দিবলগীয়াবিধৰ হৰষৰ কথা? সেয়া বাৰু বাদ। তোৰ কথা ক। নিশ্চয় কিবা এটা ডাঙৰ কথা আছে। নহ'লে তই মোৰ ঘৰ নোলাবহি।'

'বৰ উকা উকা লাগিছে অ', বনমালী। মাজে মাজে মোৰ দেহ-মন, ভাবনা-চিন্তা, সকলো উত্ৰাৱল হৈ পৰে। মাজে মাজে উজাগৰে থাকোঁ। মোৰ খুব অশান্তি হৈছে। এৰা, মই তাইৰ বাহিৰে আন কাকো ভাল পাব নোৱাৰোঁ। তোৰ ওচৰলৈ আহি মনটো ডাঠ কৰিব খুজিছোঁ।'

'বুজিছোঁ, বুজিছোঁ, সকলো বুজিছোঁ।— বিৰহে দহন চিত্ত, আকুল কিঞ্চিত, মানস মদন বিগাৰি। গুৰুজনাই পাৰোঁতে এনেকৈ ভনিতা কৰি যোৱা নাই। ঠিক আছে, মই কিবা এটা দিহা দিম। তাৰ আগতে সিহঁতৰ ঘৰখনৰ মতলববোৰ জানি লওঁ। মুঠৰ ওপৰত তই সাহস দেখুৱাব নোৱাৰিলে সকলো পণ্ড হ'ব। তোৰ স্কুল ভালে চলিছেনে?'

'চলিছে।'

'সমবায় দোকানখন?'

'দূৰৰ গাঁৱৰ পৰাও বস্তু বিচাৰি তালৈ খৰিদাৰ আহিছে।'

মূৰত এপাচি মাছ লৈ কঁকাল হলাই হলাই তামোলেৰে ৰঙা কৰা ওঁঠত হাঁহি বিৰিঙাই ৰূপেৰে ভুবন ভুলাই আদহীয়া বয়সৰ পোহাৰী বিৰিন্দামাই বনমালী কেওটৰ চোতাল পালেহি। মাত লগালে, 'বনমালী আছনে?'

ওলাই আহিল নতুন গৃহিনীহে। বিৰিন্দা আচৰিত নহ'ল। এই ছোৱালীজনীৰ লগত হলিগলি হ'বলৈ সুবিধা কৰি দিলে বিৰিন্দায়েই। তাইৰ নাম সুৰভি।

— সুৰভি, তাক ওলাই আহিবলৈ ক। বেলিটো মূৰৰ ওপৰ পাবহি এতিয়া। পাচিত এতিয়াও এফাল মাছ আছে। মোৰ বহুত কাম।

— চাহ এপিয়লাও নোখোৱানে? সময় নাই। তাক মাত।

বনমালী ওলাই আহিল। তাই ক'লে— এনেকৈ তিৰোতা সেৰুৱা হ'লে নচলিব, বনমালী। এতিয়া মোৰ লগত আহি থাক। মোৰ বৈ কথা পাতিবৰ সময় নাই।

বনমালী বিৰিন্দাৰ পাছে পাছে গৈ থাকিল। তাই গোপন সম্বাদ দি গ'ল।

— কথা বিষম। মদনৰ কপালৰ লিখন চিধা নহয়; একা-বেঁকা।

— তাই এতিয়া পুৰা নজৰত আছে। তাইৰ অৱস্থা জীয়ন দিয়া মাছৰ দৰে হৈছে। দুদিনতে ছোৱালীজনী শুকাই-খীণাই গৈছে। জঁকাটো ওলাবলৈহে বাকী আছে।

— বিৰিন্দা, তই পিছৰ কথা আগতে কৈছ। সেয়েহে মই বুজিব পৰা নাই। চিজিল লগাই কচোন।

— আমাৰ কপিলী পাৰত নোহোৱা-নোপোজা কথা। এনে কাঠচিতীয়া বাপেক হ'ব পাৰেনে? এদিন আবেলি সেইফালে যাওঁতে দেখিলোঁ বলেন মহাজনৰ পদূলিত এখন ধুনীয়া মটৰ গাড়ী আৰু সেইখনৰ ওচৰত বলেনৰ জীপখন। সন্ধিয়া কথাটো জনাজনি হ'লেই। কামপুৰৰ এঘৰ ধনী মানুহ আহিছিল কইনা চাবলৈ। ল'ৰাৰ বায়েক-ভিনিহীয়েক, মাক আৰু ল'ৰাটো নিজেই। জোনালী অৰ্থাৎ তৰালিৰ মাকে জা-জলপানৰো বঢ়িয়া ব্যৱস্থা কৰিছিল। চহৰৰ পৰাও কিবা হেনো বৰফি আৰু কালাঘান অনাইছিল। কিন্তু কি হ'ব? ছোৱালী চাবলৈ অহা মানুহখিনি ঠোঁট-মুখ চেলেকি গুচি গ'ল। সিহঁতে কমটো অপমান পালেনে? বলেনকো টান কথা শুনাই থৈ গ'ল। ধনী হোৱাৰ পিছত বলেনে এই প্ৰথম অপমান সহ্য কৰিবলগীয়া হ'ল।

— কিয়? তৰালিয়ে কিবা টান কথা শুনালে নেকি?

—সেইবোৰ ঘটিবলৈ নাপালেই। ছোৱালীয়ে আনকি সাজযোৰো নিপিন্ধিলে। পোনতে কোমল বচন, পিছত ফুচুলনি, শেষত ডাবি-ধমকি। তথাপি তাই নতুন সাজযোৰ নিপিন্ধিলে, অৰ্থাৎ হাজাৰ চেষ্টা কৰিও, আনকি ইয়াৰ পৰিণাম ভাল নহ'ব বুলি বলেনে ভয় খুৱালে যদিও তাই ছোৱালী চাবলৈ অহা মানুহখিনিৰ আগত ওলাবলৈ মান্তি নহ'ল। সেই কাৰণেই এতিয়া বলেন ভূঞাৰ তাইৰ ওপৰত কঠোৰ শাসন। সি যেন উষাৰ পিতৃ বাণৰজাহে। তাই কিজানি মৰিব। তেতিয়াৰে পৰা পানী এটোপাও খোৱা নাই।

দুয়ো খোজ কাঢ়ি আহি জলমৈ গাঁও পালেহি। বিৰিন্দাই ক'লে, 'তই এতিয়া যা। মদনক কথাখিনি এতিয়াই কোৱা ভাল হ'ব। এনেকৈ কবি, স্বয়ং কৃষ্ণই দেখোন ৰুক্মিনী মাইক পলুৱাই লৈ গৈছিল।

সন্ধিয়া বনমালীৰ মুখে সকলো কথা শুনি মদন হতভম্ব। এজাক ডেকা ল'ৰা লগত লৈ সিতো ঘৰৰ পৰা তাইক জোৰকৈ লৈ আহিব নোৱাৰে। তাইৰ প্ৰতাপী বাপেকটো অবিবেচকো। তাৰ ঘৰত দুনলীয়া বন্দুক এটাও আছে। সি গুলীয়াই দিব। পিছে গুলীয়াগুলী কৰিতো এজনী ছোৱালী জোৰ-জবস্তি লৈ আহিব নোৱাৰি। দেশত আইন আছে, পুলিচ আছে। মদন ওৰে নিশা উজাগৰে থাকিল।

তাইৰ দুটা অৱস্থা পাৰ হ'ল। দুদিন ভাত-পানী খোৱাতো বাদেই, আনকি পানী এটুপিও তাই মুখত নিদিলে। কিন্তু তাই মৰিবলৈ নিবিচাৰিলে। তাই ভাবিলে, তাই

নেখাই-নবৈ মৰিলে তাইৰ নিমৰমী বাপেকটোৰহে জয় হ'ব। কিন্তু এনেকুৱা এটা মানুহৰ ওপৰত পোটক তুলিবলৈ কিজানি ভৰ যোৱান ডেকা এটায়ো হাৰ মানিব। তাইৰ একমাত্ৰ ভাৰসা দৈৱহে। তাইৰ জীৱনত আচৰিত কিবা এটা ঘটি যাব পাৰে। বাপেকৰতো দৈৱৰ ওপৰত হাত নাই। তাই নিশ্চয় কপালত বেয়া কিবা এটা সাধি আহিছে। মাক জোনালীও সঁচাকৈয়ে নিদাৰুণ। দুদিন লঘোণে থকা সত্ত্বেও মাকে তাইক ভাত খাবলৈ জোৰ কৰা নাই। জোনালীৰ পতিগত প্ৰাণ। সীতাৰ দৰে স্বামীৰ লগত বনবাস খাটিব পৰা বিধৰ তিৰোতা। বাৰীত এজোপা মধুৰি গছ আছে। ডাল ভৰি পূৰঠ পূৰঠ মধুৰিআমবোৰ লাগি আছে। তলত পকা মধুৰিআম কিছুমানো পৰি আছে। সেইবোৰ চৰায়ে খাইছে। ঘৰখনত এতিয়া এনে এটা জেলুকনি বন্ধ যোৱা অৱস্থা হৈছে যে বাৰীখনৰ ফালে কাৰো চকু দিবলৈ মন যোৱা নাই।

তৰালি দুপৰীয়া হাতত সাৰে ভৰিত সাৰে মধুৰিজোপাৰ কাষ পালেগৈ। দোঁ খাই থকা ডাল এটা আঁজুৰি আনি কেঁচা-পকা মধুৰিকেইটামান ছিঙি কোনেও নেদেখাকৈ আঁচলত বান্ধি তাই শোৱনি কোঠাত সোমাল। মধুৰিকেইটা নোধোৱাকৈয়ে তাই আকালত পৰা অনাহাৰী মানুহৰ দৰে এটা এটাকৈ চোবাবলৈ ধৰিলে। তাকে জোনালীৰ চকুত পৰিল। তৰালিৰ আগত কোনো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰি তাই ভাতচৰুঘৰত সোমাল। অলপ পৰৰ পিছত তৰালিৰ ওচৰ পাই পোন্দোৱাকৈ চাই নিদাৰুণ মাত এটা উলিয়াই তাই ক'লে, 'সকলোৰে বিয়াৰ আগতে এনে হয়েই। পিছত চব ঠিক হৈ যায়। আমাৰজনীৰহে কলিজাৰ জুইকুৰা নুনুমুৱা হ'ল, হায় মোৰ কপাল। পিছে ওফোন্দ পাতি লাভ নাই। মনত ৰাখিবি তৰালি, আমি হ'লে চৰুক সুধি ভাত বহোৱাবিধৰ আই-বোপাই নহয়। মুঠতে তই এইবোৰ বাদ দে। যা, কেইগৰাহমান খাগৈ। ভাত উলিয়াই থৈ আহিছোঁ।

তৰালিয়েও মাকলৈ ঘোপাকৈ চালে। তাই লাহে লাহে পাকঘৰৰ ফালে খোজ দিলে।

ভাতমুঠি পেটত পৰাৰ পিছত এটা আৰাম লগা ভাগৰে তাইৰ চিন্তা-ভাবনা নাইকিয়া কৰি পেলালে। তাই বিছনাত পৰিল। চিলমিল টোপনিটো গভীৰ টোপনি হ'বৰ সময়তে এখন ট্ৰাক আৰু ছাইলেঞ্চাৰ সোলোক-ঢোলোক হৈ থকা জীপখনৰ আৱাজ শুনি তাই চকু মেলিলে। তাই বুকুত ধৰফৰণি অনুভৱ কৰিলে। অকস্মাতে সাৰ পালে এনে হয়েই। চ'ৰাঘৰত বাপেকৰ মাত শুনি তাইৰ নিদ্ৰাৰ পিছৰ আলফুল আমেজখিনি নিমিষতে নাইকিয়া হ'ল। তাই শুনি গ'ল ঃ

— আছনে কোনোবা ঘৰত? নে চব মৰিলি?

— কিনো হ'ল?

— গৰুৱে ফুলকেইজোপা খাই তহিলং কৰিলে দেখোন। শুন জোনালী, সাৱধান কৰি দিছোঁ সেইজনী যেন কাচিতো এইফালে নাহে।

—কোন সেইজনী? বস্তুত তিৰোতাই আমাৰ ঘৰলৈ আহে।

—সেই পাৱগুজনীৰ কথা কৈছোঁ।

— আপুনি কাক কেতিয়া পাষণ্ডী বুলি কয় ঠিক নাই।

—এই দুপৰীয়া তই মোৰ মূৰটো গৰম নকৰিবি। মই সেইজনীৰ কথা কৈছোঁ। বিৰিন্দা, তোৰ বিৰিন্দা পোহাৰী। অ'ৰ কথা ত'ত লগাই ফুৰাই হ'ল তাইৰ কাম। প্ৰেম-পীৰিতিৰ গোন্ধ লৈ ফুৰাহে হেনো এই পাষণ্ডীজনীৰ ঘাই কাম।

— তাইতো এইফালে অহা নাই!

— ফাঁকি নিদিবি, জোনালী। মোক ডাঁৰৰ বাতৰি ডাঁৰে দি থকা মানুহ আছে।

— মই হ'লে দেখা নাই।

— তই ক'ত দেখিবি? চকু মুদা কুলিৰ ভাও জুৰিলে নহ'ব। অ', তাই তেন্তে মনে মনে আমাৰ অপেশ্বৰীক লগ ধৰিছে। সাৱধান, খুব সাৱধান হ'বৰ হ'ল। এই কম ছোৱালী নহয়। তায়ে কিজানি বিৰিন্দা পোহাৰীক মাতি আনিছে! তই নিজে এতিয়া এইবোৰৰ তলা-নলা নুবুজা হলি।

ইয়াকে কৈ ভোৰ-ভোৰাই বলেন ভূএগ ঘৰ সোমাল। তৰালিৰ মনটো পুনৰ বিতৃষ্ণাৰে ভৰি পৰিল। তাই খণ্ডতে কেৰুযোৰ আৰু খাৰুকেইযোৰ খুলি শব্দ কৰাকৈ টুল এখনৰ ওপৰত থ'লে। তাই আইনাখনৰ আগত থিয় হ'লহি। তাইৰ নিজৰ ওপৰতো খং উঠিল। এইখন মুখ দেখি কাৰ বাৰু মৰম লাগিব? তীখাৰ দৰেই হৈছে এইখন মুখ। আউল-বাউল চুলিৰে সাইলাখ যখিনী। এস্— কাণ, হাত আৰু ডিঙিত গহনা নাথাকিলে তাইক বাঁৰী তিৰোতা যেনহে লাগে।

তাই শহাকণীয়া হৈ ৰ'ল। চ'ৰাঘৰত আন এটা মানুহৰ লগত বাপেকে কথা পাতিছে-

— ইয়াৰ এটা ব্যৱস্থা কৰিব লাগিব, তপোধন।

— আপোনাৰ কৰিবলগীয়া একো নাই। আজিকালি ৰাইজৰ বিৰুদ্ধে যোৱাৰ দিন উকলি গৈছে।

—সেই বুলি কৈ গা এৰা দিলে নহ'ব, তপোধন। তুমি এতিয়া ডাঙৰ অফিচাৰ হৈছা। আজিকালি তোমাৰ বিভাগটো বৰ ডাঙৰ বিভাগ। সদায় মাৰোৱাৰীয়ে তোমাৰ বাহী চোতাল খচকে।

— কিয় আপুনি ইমান ভয় খাইছে, মই বুজিব পৰা নাই। কওকচোন, দেশত কোনখন সমবায় দোকান ভালকৈ চলিছে? ছেক্ৰেটাৰী-পেছিডেণ্টে পইচা খাবলৈ ধৰাৰ পিছত সমবায় দোকানবোৰৰ অৱস্থা কাহিল হৈ পৰিছে।

— কিন্তু তপোধন, আমাৰ কপিলীৰ পাৰত এনে হোৱা নাই। সেই ৰাছকেলটোৰ— মদনৰ, মানে মদন লস্কৰৰ— মানে সিহঁতৰ এখন সমবায় দোকান হৈছে। সিহঁতে গাঁৱৰ ল'ৰাবোৰক ভো-ভো পণ্ডিত কৰিম বুলি অকল স্কুলেই পতা নাই, লগতে গঠন কৰিছে কো-অপাৰেটিভ ষ্টোৰ্ছ। পিছে স্কুলৰ কি অৱস্থা হয় ঠিক নাই, কিন্তু আচৰিত থকা, কো-অপাৰেটিভ দোকানখন হ'লে খুব চলিছে। তাৰ ফল বিষম। মোৰ দোকানৰ বিক্ৰী কমি আহিছে।

—ইয়াত মোৰ কৰিবলগীয়া কি আছে?

— বহুত কিবাকিবি আছে। সেইবোৰ মইহে এতিয়া দেখুৱাই দিব লাগে?

— কিন্তু কো-অপাৰেটিভ দোকান খুলিবলৈ সিহঁতৰ অধিকাৰ আছে। চৰকাৰেও এনে দোকান দেখি নিশ্চয় ভালহে পাইছে। চৰকাৰী বিজ্ঞাপন দেখিছে নে নাই? আমাৰ দেশত হেনো এটা সমবায় আন্দোলন হৈছে। আমি যে আমুল মাৰ্কা মাখন-ঘিউ খাওঁ, ল'ৰা-ছোৱালীক চকলেট খাবলৈ দিওঁ, সেই আমুলো এখন সমবায় সমিতিহে।

—তপোধন, তোমাক এইবোৰ কথা শুনাবলৈ ইয়ালৈ মাতি অনা নাই। মদনক এসেকা দিবলৈহে আলচ কৰিবলৈ তোমাক মাতি আনিছোঁ।

ইয়াৰ পিছত কোনো সা-শব্দ নাই। বোধহয় দুয়ো নিমাতে থাকি যথেষ্ট গহীন হৈ পৰিছে।

বাপেকৰ শেষত কোৱা কথাখিনি শুনি তৰালিয়ে ৰং পাইছে। হওক তেও, সমবায় দোকান খুলি মদনেহে এই মদগৰ্বী মানুহটোক এসেকা দিব পাৰিছে। ৰাইজে নখ জোকাৰিলেই নৈ ব'ব পাৰে, এই কথাত বিশ্বাস নকৰি বলেন ভূএঞাৰ দৰে মানুহবোৰ সদায় বিপদত পৰে।

তাই এটা কথা ভাবি আচৰিত হৈছে। এদিন বনমালী আহিছিল। তাৰ লগত মদনৰ খুব ভাল বুলি গএঞাই জানে, কিন্তু তাইৰ বাপেকে নাজানে। এতিয়া যে সি মানুহটো তেনেই সলনি হৈ গ'ল আৰু এজনী চপোৱাৰ পিছত মদনৰ প্ৰধান সহায় হৈ পৰিল এই কথাও বলেন ভূএঞাৰ অবিদিত। সেই কাৰণে এদিন বনমালী তাইৰ ওচৰলৈ আহি এঘণ্টামান ফুচফুচাই কথা পাতোঁতে বাৰুকৈ তাইৰ মাক ঘৰত নাছিল। কিন্তু ভূএঞা হোলছেলত কাম কৰা অৱনী আৰু লটকণৰ চকুত পৰা সত্ত্বেও সিহঁতে সন্দেহ কৰা নাছিল। গতিকে বলেন ভূএঞাই খবৰ পোৱা নাছিল। কিন্তু সাদিনৰ আগতে এবাৰ আৰু কালি বিৰিন্দা পোহাৰী আহোঁতে মাকে সন্দেহ নকৰিলে অথচ লটকণৰ গা চেবালে। সি নিশ্চয় তাইৰ বাপেকক কথাটো লগালে। তাৰ ঘৰ বিৰিন্দাৰ গৰৰ ওচৰতে। তাই দুনিয়াখনত জঞ্জাত লগাই ফুৰা তিৰোতা বুলি সিয়েই এদিন তৰালিক কৈছিল। তদুপৰি তৰালিক যে বলেন ভূএঞাই বন্দিনী কৰি ৰাখিছে কোনেও গম নোপোৱাকৈ, এই কথাও ভূএঞা হোলছেল ষ্টোৰ্ছৰ কৰ্মচাৰীবোৰে জানে।

তৰালিৰ এতিয়া বিৰিন্দাৰ চেহেৰাটো মনত পৰিছে। মানুহজনী দেখিলেই মনটো ভাল লাগি যায়। তাইৰ মুখত কথাবোৰ আথৈ ফুটাদি ফুটে। ইমান মৰমিয়াল মানুহজনী। তাই পৰৰ দুখৰ কথা বুজে। কপিলীপৰীয়া গাভৰুহঁতৰ বিৰহৰ বেদনাও খুব ভালকৈ বুজে। নিজে একালত প্ৰেমত পৰি হামৰাও কাঢ়ি আছিল নহয়। সেই কাৰণেই। সি তেন্তে আচলজনীকে কটকী কৰি পঠিয়াইছিল।

বিষাদ, ভয়-সংকোচ আৰু গভীৰ আশংকাৰ মাজতো বন্দিনী তৰালিৰ মনটো পুৱতি নিশাৰ তৰাৰ দৰে উজ্জলি উঠিল।

বলেন ভূঞাই ভাত-পানী খোৱাৰ পিছতো খংটো দমাব নোৱাৰিলে। আনদিনাৰ দৰে পাটীত পৰি চিলমিল টোপনিও নামাৰিলে। পোনতে গুৱালগালি। লক্ষ্য জোনালী আৰু তৰালি। পিছত উৰহৰ খং ঢাৰি-পাটীত। ড্ৰাইভাৰটোক, অৱনীক আৰু মৰকীয়াটোকো অনৰ্থক গালি-গালাজ। ঘৰখনৰ এতিয়া তেনেই নিমাওমাও অৱস্থা। আচলতে বলেন ভূঞা নিজৰ দোষতে নিজে এটা অসুখী মানুহ। তেনে মানুহে আনকো অসুখী কৰে। যি বহুতৰ অশান্তিৰ কাৰণ হৈছে বুলি জোনালীয়ে ভাবি পাইছে। মানুহটোৰ লগত তাই ইমান দিন কটালে যদিও ঘৈণীয়েক হিচাপে তাক লেশমানো সলনি কৰিব নোৱাৰিলে, সদায় সি নিজৰ মতেই চলি আহিছে। পোনতে তাক দৰিদ্ৰ অৱস্থাই দিলে সেও নমনা মন এটা, সদায় নিজক লৈ ব্যস্ত থকা আঁকোৰগোজ স্বভাৱ এটা আৰু প্ৰচুৰ উপাৰ্জনে দিলে অহংকাৰ আৰু উদ্ধত চৰিত্ৰ।

এইবোৰকে ভাবি থাকোঁতে হঠাতে আজি জোনালীৰ মনটো তৰালিৰ প্ৰতি কোমল হৈ পৰিল। এটা হুমুনিয়াহ পাৰি পকী নাদটোৰ ফালে যাওঁতে চকামকাকৈ তৰালিক দেখি তাইৰ মনটো তেনেই জামৰি পৰিল। মলিয়ন শোটোৰা-শোটোৰ সাজেৰে এইজনীয়েই প্ৰতাপী মহাজন বলেন ভূঞাৰ জীয়ৰীনে? তাইৰ ডিঙি, কাণ দুখন আৰু হাত দুখন উকা। অলংকাৰবোৰ তাই খঙৰ ভমকত নতুবা হতাশাত ক'ৰবাত দলিয়ায় পেলালে নেকি? তৰালিক যেন তাই এতিয়া বাঁৰী তিৰোতাৰ ৰূপতহে দেখিলে!

তাই ওচৰলৈ গৈ তৰালিক মৰমেৰে মাতিলে। কিবা মতলব থকাৰ কাৰণেহে এনেকৈ মৰমৰ মাতষাৰ দিছে বুলি তৰালিৰ সন্দেহ হ'ল। কাৰণ মাক সদায় বাপেকৰ খেয়াল-খুচিমতেই চলি আহিছে আৰু তৰালিয়ে এনে এজনী মাক পাইছে, যি পতিক কেৱল পৰম গুৰু বুলিয়েই ভবা নাই, দুনিয়াৰ সবাতোকৈ উত্তম পুৰুষ বুলি গণ্য কৰি আহিছে। এনেবোৰ তিৰোতাই সদায় এটা সৰু বেষ্টনীৰ মাজত থাকিয়েই ভাল পাইছে আৰু এই বেষ্টনী ভেদ কৰিবলৈ সাহস কৰা মনটো ইহঁতৰ নাই। এই বেষ্টনীয়েই ইহঁতৰ নিজে আঁকি লোৱা লক্ষ্মণ ৰেখা। লক্ষ্মণ ৰেখাৰ বাহিৰৰ পৃথিৱীখন ভুমুকিয়াই চাবলৈ ইহঁতৰ কৌতূহলো নাই, আগ্ৰহো নাই, যথোপযুক্ত শিক্ষাও নাই। ইহঁত সুখী নে অসুখী ইহঁতে নিজেই বুজি নাপায়। ইহঁত মাত্ৰ জ্ঞান-অজ্ঞানৰ মাজত ওলমি থকা একোটা অবয়ব।

জোনালীয়ে তাইক তিনিবাৰ মাতিলে। তাই সন্দেহেৰে মাকৰ মুখলৈ চাই উচাট মাৰি আঁতৰিহে গ'ল।

জোনালী হতভম্ব। তৰালিৰ ব্যৱহাৰ কেতিয়াও এনেকুৱা নাছিল। শান্ত ছোৱালীজনী এতিয়া বাপেকে কোৱাৰ দৰে 'লাজ-কাজৰ মূৰ খোৱা হ'ল, ঘৰত মন নবহা হাৰামজাদীজনী বংশৰ কলংক' হ'ল?

জোনালী ভোৰভোৰাই থাকিল ঃ মোকেই যদি শতৰু বুলি ভাবিছ, তই ভাৰসা কৰিবি কাক? কালান্তক বাপেৰটোৰ পৰা এতিয়ালৈকে যি মইহে তোক বচাই আছোঁ। তইহে তং ধৰিব পৰা নাই। মই নথকাহেঁতেন এইটো বাপেৰে তোক জীয়াই জীয়াই

পুতি থ'লেহেঁতেন। এতিয়া তই মোক মাত এষাৰকে দিবলৈ টান পাইছ। মোৰনো কি হানি হ'ব? তইহে পিছত পস্তাবি।...

আচলতে জোনালীয়ে নিজৰ জীয়েকৰ বিষয়ে একো উৰাদিহ পোৱা নাই। তাই ভাবিছে, এৰা, যোৱান কাল পালে নিজৰ পেটৰ পোৱালিকো চিনিব নোৱাৰা হয়।

তাই শোৱনিঘৰত সোমাল। তাই আৰু জীয়েকৰ একেটাই শোৱনিঘৰ। মাথোন বিছনাহে সুকীয়া।

তাই তন্ন তন্নকৈ খোটালিটো পৰীক্ষা কৰিলে। বিছনা দুখন চিক্‌জিল লাগিয়েই আছে। আলনাত মেখেলা-চাদৰ, শাড়ী, ব্লাউজ আদি ভাঁজ নলগাকৈ থোৱা আছে। পিছে ড্ৰেছিং আইনাৰ সন্মুখত থকা ফণি, তেলৰ বটল আৰু মুখত ঘঁহা বস্তুবোৰহে অসাঠন হৈ পৰি আছে। জোনালীয়ে ড্ৰেছিং আইনাৰ ড্ৰয়াৰকেইটা খুলি চালে। তাত চেম্পোৰ বটল দুটা আৰু কিহবাৰ টেমা এটাহে পালে। সৰু বহী এখনো দেখিলে। বহীখনৰ পাতবোৰ উকা হৈ আছ। তাৰ মাজত দুখন ফটো। এখন তাইৰ নিজৰ। ইখনত তাইৰ লগত নিৰলা। কিন্তু জোনালীয়ে ড্ৰয়াৰত তাইৰ গহনাকেইপদ নেদেখিলে। তাই ভাবি পালে যে কিছুমান বস্তু নিশ্চয় তাইৰ আলমিৰাটোত আছে। আহল-বহল খোটালিটোত তিনিটা আলমিৰা। এটা তাইৰ, এটা তৰালিৰ আৰু আনটোত কিছুমান বাচন-বৰ্তন। কোনোটো আলমিৰাতে চাবি মাৰি থোৱা নহয়।

জোনালীয়ে জানে যে তাই সোমাই থাকে মানে তৰালি সেইফালে নাহে। সেয়েহে তাই অকণো শব্দ নকৰাকৈ তৰালিৰ গডৰেজ আলমিৰাটো খুলিলে। ভিতৰৰ বস্তুবোৰ দেখি তাইৰ কৌতূহল হ'ল। এটা টোপোলাত কাপোৰ। সৰু ধুনীয়া বাকচ এটাৰ ভিতৰৰ নীলা মখমল কাপোৰৰ ওপৰত তৰালিৰ গোটেইবোৰ গহনা জকমকাই আছে। লগতে ভাঁজ দি সৰু কৰি পেলোৱা এডোখৰ কাকত। তাই ভাঁজকেইটা খুলি দেখিলে যে এইখন উকা সাধাৰণ কাকত নহয়। পাতটোত কিছুমান আখৰ আছে। এইখন নিশ্চয় গোপন চিঠি। হয়, জোনালীৰ অনুমান সঁচা। তাই চিঠিখনত চকু ফুৰালে। তলত চিঠি লিখোঁতাৰ নাম নাই। এৰা, আখৰেই যদি লিখোঁতাৰ পৰিচয় দিয়ে, তেন্তে নামটো লিখাৰ প্ৰয়োজন নাই।

জোনালীয়ে চিঠিখন পঢ়ি গ'ল—

...প্ৰথম কুকুৰাই তেতিয়া ডাক দিব। নিজৰে পোহনীয়া জন্তু কাৰণে কুকুৰ দুটাই তোমাক দেখি ভুক ভুক নকৰিব। ভয় নকৰিবা। ধৰা পৰিলেও ভয় নাই। নিৰ্ভীকভাৱে ক'বা— নৈত জাঁপ দি আপোনঘাতী হ'বলৈ আহিছোঁ। মই বনমালীৰে সৈতে তোমালোকৰ বাৰীৰ পাছফালৰ মধুৰিআমজোপাৰ তলত খাপ পিটি থাকিম। লগত বস্তু-বাহানি নানিবা। পয়মালহে হ'ব। অকল মানুহজনীয়েই ঢেৰ। নৈলৈ মাত্ৰ পোৱা কিলোমিটাৰ। ঘাটত মানুহ-নাও ৰৈ থাকিব।...

চিঠিখন পঢ়ি ওঁঠ দুখন কামুৰি ধৰি ক্ৰোধত অস্থিৰ হৈ জীয়েকক এসেকা দিয়াৰ সংকল্প লোৱাৰ সলনি জোনাকী তেনেই লেউসেউ হৈ পৰিল, তাইৰ চকুত এতিয়া সপোনৰ আৱেশ, মনটোৱো উৰণৰ গতি দেখি তাই বিস্মিত। এই নতুন মনটোৱে তাইক

যে গাভৰু কৰি পেলাইছে! যৌৱনৰ অপৰূপ সম্ভাৰেৰে তাই অপ্সৰা হৈ পৰিছে।

তাই তৰালিৰ চিঠিখন আলফুলকৈ আগৰ ঠাইত থ'লে। তাই তৰালিক জবাবদিহি কৰাৰ ক্ষমতা হেৰুৱাই পেলালে। তাই হৈ পৰিল এগৰাকী সদয়া, সহনশীলা, মহিমাময়ী মাতৃ। তাইৰ ভাব হ'ল, তাইৰ আৰু তৰালিৰ যেন বেথা-বেদনা একেই হৈ পৰিছে।

তাই আকৌ তৰালিৰ ওচৰ পালেগৈ। ক'লে, 'আনে তোক এনেকৈ যখিনী হৈ থকা দেখিলে বাৰু কি ভাবিব? মোৰে শপত আই, মাৰৰ কথা শুন, গা-পা ধুই এমুঠি খাই লৈ চাফা কানি-কাপোৰ পিন্ধি ল। আমাৰ মনত দুখ দিনো তই কি ভাল পাব? উস্ ৰাম, আমাৰ মাথোন একেজনী ছোৱালী, তায়ো আকৌ এতিয়া আমাক শতৰু বুলি ভাবিছে।'

জোনালীয়ে মৰমেৰে কোমল সুৰত কোৱা কথাকেইটাই তৰালিৰ কলিজাৰ এটা গোপন অংশত চুই গ'ল। তাই জোনালীৰ মুখত দেখিলে এক অচিন জেউতি। মাকৰ এনে এখন মুখ আৰু মৰমসনা চকু তাই কাহানিও দেখা নাছিল।

তাই মাকৰ কথা শুনিলে। ভাতমুঠিও পেট পূৰাই খালে। ভাল কাপোৰ এসাজ পিন্ধিলে। নিজকে আইনাত চাই তাই নিজেই বিভোল হ'ল। এইটো চেহেৰাত আছে যৌৱনৰ দৰ্প, জীয়াই থকাৰ লালসা আৰু এটা হেঙুলীয়া ভৱিষ্যৎ। তাই কপালত সেন্দূৰৰ সৰু ঘূৰণীয়া ফোঁট এটা ল'লে। ভাবিলে, মাকক আচল কথাটো কৈ পেলাব নেকি?

তাই আগৰ দৰেই স্বাভাৱিক হৈ থাকিবলৈ চেষ্টা কৰিলে। ভাবিলে, তাইৰ অভিনয় সঠিক হৈছে। এনেকৈ থাকিলে কোনেও তাইক সন্দেহ নকৰিব।

ৰাতি তাই ভোক গুচাই ভাত খাইছে বুলি জোনালীয়ে অনুমান কৰিলে। তাই আচৰিত হ'ল। মনৰ এনে উগুল-থুগুল অৱস্থাত কোনোবাই এনেকৈ ভোক গুচাই ভাত খাব পাৰেনে? কিন্তু তাইৰ দিনততো কিজানি পলাই যোৱাৰ আগতে ছোৱালীবোৰ ইমান স্বাভাৱিক হৈ থকা নাছিল! বিৰহ আৰু চিন্তা-ভাবনাই এজনী গাভৰুক বাউলী নকৰাকৈ নাথাকে। আৰু একুৰি পাঁচ বছৰৰ আগৰ সেই গাভৰু ছোৱালীজনীৰ আচৰণ ইমান স্বাভাৱিক আছিল জানো? তাইৰ বুকুত মাজে মাজে সৰু সৰু ঘন ঘন ধপ্‌ধপনি চলিয়েই আছিল। এৰা, তেতিয়া সেইবোৰ ধপ্‌ধপনি আছিল চৰম বিপদৰ আগজাননী।

পলাই যাব তৰালিহে, কিন্তু জোনালীহে ভাবৰ সোঁতত উটি-ভাহি ফুৰিছে। তৰালিলৈ লিখা চিঠিখন পঢ়াৰ পিছৰে পৰাই মধুৰ সোঁৱৰণে তাইৰ হিয়াও থৌকি-বাথৌ কৰিছে, লগে লগে নিয়তিৰ নিষ্ঠুৰ পৰিণতিৰ সোঁৱৰণেও তাইৰ হিয়া দহিছে। উস্ ৰাম, তাই এই চিঠিখন নপঢ়াহেঁতেনেই ভাল আছিল। আজি তাই সুন্দৰ অতীতক সোঁৱৰাও লাভ নাই, সেই অসহনীয় নিষ্ঠুৰ অতীতক সুঁৱৰি মনক আঘাত দিয়াও লাভ নাই।

এতিয়া ৰাতিটো গহীন হৈছে। তৰালি নিশ্চয় শোৱাৰ ভাও জুৰি পৰিহে আছে। কথাটো জনাৰ পিছত জোনালীনো কেনেকৈ শুই থাকিব পাৰে? কিন্তু তাই উজাগৰে আছে বুলি তৰালিয়ে জানিব নালাগিব। তাই বিছনাত ছটফটাই থাকিলেও নহ'ব।

ৰাতিটো ধীৰে ধীৰে মাজনিশা হৈছে যেন লাগিল। আজি অচিন পখীবোৰে বেছি আৰাৱ কৰিছে। শিয়ালবোৰে গোট খাই ক'ৰবাত একেলগে হোৱা দি ৰাতিটো ভয়াৱহ

কৰি তুলিছে। বাৰুকৈ বতৰটো ভাল। সেইবাবেই জোনটো নিস্তেজ নহয়। সৰকি আহি এমুঠি জোনাক খোঁটালীটোতো পৰিছেহি।

শোৱনি কোঠাত চোৰৰ দৰে সোমোৱা জোনাকজাকে তৰালিকো বৰ আমনি দিছে। খিৰিকীৰ পৰ্দাৰ ফাঁকেদি সৰকি অহা জোনাকৰো আজি যে ইমান জেউতি! দেহ-মন কমোৱা তুলাৰ দৰে কৰিব পৰা শৰতৰ সাদৰী জোনবাই। বাহিৰত এটা সুন্দৰ চন্দ্ৰাৱলী ৰাতি। তাকে তৰালিয়ে অনুভৱ কৰি উন্মনা হৈছে যদিও লগে লগে তাইৰ হিয়াখন আগলি কলাপাতৰ দৰে কঁপিছে। যদি আজি কুকুৰাই ডাক নিদিয়ে বা ডাক দিয়াৰ লগে লগে যদি মাকে সাৰ পায়? তাই দুৱাৰখনৰ খিলিটো কোনোমতেহে লগাই লৈছে. যাতে হাত দিলেই শব্দ নোহোৱাকৈ ই আঁতৰি আহে। তেতিয়া দুৱাৰখন খোলোঁতে শব্দ নহ'বই। বিছনাত পৰাৰ আগতেই তাই টোপোলাটো আৰু গহনাৰ বাকচটো গডৰেজ আলমিৰাটোৰ পৰা উলিয়াই আনি বিছনাৰ তলত হাতে ঢুকি পোৱা ঠাইত থৈ দিছে।

মাক বাৰু শুলেনে? শোৱাৰ ভাও জুৰি আছে যদি সৰ্বনাশ হ'ব। এনেয়েও মাকৰ টোপনি পাতল। তাই ধৰা পৰিলে গোটেইখন হুলস্থূল হ'ব। মাকে হয়তো এনেকৈ চিঞৰিব— চা চা, পাষণ্ডীজনী পলাল। আজি বাপেক সন্ধিয়া এফালে ওলাই গৈ ৰাতি দহ বজাৰ পিছতহে ঘৰ সোমাইছেহি। দিনটো ঘূৰি ফুৰিছে কাৰণে বাপেক চাগৈ এতিয়া দুৰ্ঘোৰ টোপনিত। কিন্তু মাকৰ চিঞৰ শুনি বাপেকে সাৰ পাই চকু মোহাৰি মোহাৰি নিশ্চয় তাইৰ ওচৰ পাবহি আৰু দৃঢ়কামান শোধাই ক'ব— অ'ই অৱনী, এইক বান্ধি থ।

উস্, কুকুৰাই ডাক নিদিবই নেকি? গাৰুৰ তলৰ পৰা ঘড়ীটো আনি তাই হাতত বান্ধি লৈছে। সৰকি অহা জোনৰ পোহৰত তাই ঘড়ীটো চাইছে। যথেষ্ট সময় হৈছে। কোন কোন সময়ত কুকুৰাই ডাক দিয়ে তাই নাজানে। সেয়েহে মদনে সময় এটা দিয়াহেঁতেন ভাল আছিল। আজিৰ দিনত ঘড়ী গএগৰো বহুতৰ হাতত থাকে। গাঁৱত ৰেডিঅ'ৰ খুব প্ৰচলন হোৱাৰ পিছত ঘড়ীৰো আদৰ বাঢ়িছে। এৰা, তাইৰ আজি অদৰকাৰী কথা কিছুমানো মনলৈ আহিছে।

জোনালীৰো মন-আকাশত ডাৱৰৰ বহু ৰং। তাই ভাবিছে, তৰালিয়ে ভুল কৰা নাই। এনে এটা অৱস্থাত ভুল কৰিলে পিছত গোটেই জীৱনটোৱেই পস্তাব লাগিব। তায়ো তেতিয়া নিশ্চয় ভুল কৰা নাছিল। তাই সঠিক সিদ্ধান্তই লৈছিল। ভুল কৰিলে অদৃষ্টইহে; ওপৰৰ নেদেখাজনে তাইলৈ চকু মেলি নাচালে। নেদেখাজন বৰ কাঠচিতীয়া হ'ল। তেতিয়াৰে পৰা তাই তলে তলে বিদ্ৰোহী হৈ পৰিছে। বৃথা বিদ্ৰোহ। তাই একো কৰিব পৰা নাই। অৱশ্যে আজিলৈকে তাই মনটো ঈশ্বৰত সঁপি দিব পৰা নাই। তাই ব্যতিক্ৰম। কিন্তু সেয়ে আনৰ চকুত ধৰা পৰা নাই— ধৰ্মৰ ক্ৰিয়া-কাণ্ডত আনৰ দৰেই তাই আগ্ৰহ দেখুওৱাৰ কাৰণেই। আজি এই বিশেষ নিশাটোত তাইৰ সকলোকে শুনাই শুনাই ক'বলৈ ইচ্ছা গৈছে—ভগৱান, তুমি যদি আছা, তেন্তে কিয় তুমি পৃথিৱীত অগণন আতুৰক উদ্ধাৰ কৰা নাই? এতেকে পুথিত থকা কথাত মোৰ বিশ্বাস হোৱা নাই। তুমি আচলতে নাই। মই তাকেই ভাবি পাইছোঁ।

আন কেইটামান চৰাইৰ মাত শুনি জোনালীয়ে অনুমান কৰিছে যে কুকুৰাৰ প্ৰথম ডাক দিবৰ সময় হৈছেহি। সেয়েহে তাই গাৰুৰ তলত থোৱা টৰ্চ লাইটটো হাতত ল'লে।

দুয়ো সেই মাতটো শুনিলে। এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ। শেষত লেনীয়াকৈ এবাৰ। এই মাতটো হেনো 'লংকা ক'ত ক'ত'। এৰা, এই বুলি ভাবিলে মাতটোত সেইকেইটাই শব্দ থকা যেনেই লাগে। জোনালীয়ে কাহিলি কাহিলি পোহৰত দেখিলে যে শোৱাৰ পৰা উঠি বিছনাৰ লগত থকা টোপোলাটো আনি কাষলতিৰ কাষত গুঁজি তৰালি দুৱাৰখনৰ ফালে হাতত সাৰে ভৰিত সাৰে আগবাঢ়িল। গহনাৰ সৰু বাকচটো কিজানি টোপোলাটোৰ ভিতৰতে আছিল। তাই দুৱাৰৰ খিলিটোত হাত দিলে। অকণো শব্দ হোৱা নাই। দুৱাৰখন খোল খালে। দুৱাৰডলিটো পাৰ হৈ তৰালিয়ে ভেটি চুই সেৱা কৰাৰ লগে লগেই জোনালী দলিটো যোৱাদি তাইৰ ওচৰ পালেগৈ আৰু ক'লে, 'ল, এই টৰ্চটো ল। বাৰীৰ চেঁচুকখিনি এন্ধাৰ হৈ আছে। টৰ্চটো লাগিব।'

তৰালিৰ মনত বিজুলী জিলিকিছে। তাই তৎমুহূৰ্তে বুজি পাইছে যে তাই পলোৱাটো মাকে পচন কৰিছে। উচুপি উচুপি তাই মাকৰ ভৰি দুখন সাৱটি ধৰি সাষ্টাংগে সেৱা কৰিছে। মাক জোনালীয়ে থোকাথুকি মাতেৰে কৈছে, 'যা আই, ভালে ভালে যাগৈ। তই ওৰে জীৱন কুশলে থাক। মই আশিস যাচিছোঁ।'

তৰালি লৰালৰিকৈ পাছবাৰীখনৰ মূৰ পোৱালৈকে জোনালীয়ে সেইফালে চাই থাকিল। তাই বিছনাত পৰাৰ লগে লগে দেশৰ মানে শোকে তাইক খুন্দা মাৰি ধৰিলে। তাই দমাব নোৱাৰা কান্দোনটো মুখত গুঁজি লোৱা গামোচাখনেৰে বাহিৰলৈ ওলাবলৈ নিদিলে। ভয়াৱহ অতীতটো দৈত্যৰ ৰূপ লৈ তাইৰ আগত থিয় হ'লহি। স্মৃতিয়ে তাইক থকা-সৰকা কৰিলে।

সেইটো সঁচাকৈয়ে আছিল কালনিশা। ডাৱৰে কাউৰী ক'লা কৰা এটা শাওণৰ নিশা। ধুমুহা আৰু বিজুলী-ঢেৰেকনিয়ে যেন প্ৰলয়হে আনিব খুজিছিল। তথাপি তাই নৈৰ ঘাটত প্ৰতাপৰ, তাইৰ হিয়াৰ আমঠু প্ৰতাপ মেধিৰ বুকুৰ মাজত সোমাই পৰিবই লাগিব। সি কাছমাৰী ঘাটত নাও লৈ বৈ থকাৰ কথা। ফেনে-ফোটোকাৰে ভৰা সোণাইৰ চিৰপৰিচিত কাছমাৰী ঘাট। কাছমাৰী ঘাটৰ ওচৰৰ বৰডুবিত কাছ আৰু চিতল মাছ ঠাহ খাই থাকে। সি দুৰ্দান্ত সোণাইৰ ঢৌ তোলা বুকুৱেদি নিজে নাও বাই আহিব। লগত কোনো নাহে।

জোনালী গৈ কাছমাৰী ঘাট পালেহি। কিন্তু প্ৰতাপ নাই। ঢৌৰ খলকনিৰ বাহিৰে ক'তো প্ৰাণৰ সঁহাৰি নাই। তাই ভালেমান পৰ বৈ ঘৰলৈ উভতি আহিল। পিছদিনা শুনিলে সেই নিদাৰুণ খবৰটোঃ চাকনৈয়াত পৰি নাৱৰে সৈতে প্ৰতাপ নৈৰ তললৈ গ'ল। সি আৰু ওপৰলৈ উঠি আহিব নোৱাৰিলে।

পিছত প্ৰতাপৰ ভেলটো এঠাইত পোৱা গ'ল।

